ইলা ভনীটিলৈ

# মুকলি চিঠি

( সচিত্র )

( প্ৰথম ছোৱা )

( অবিবাহিত সকলৰ বাবে নহয় )

লেখক ঃ

ডাঃ ললিত বৰুৱা

প্ৰকাশক ঃ
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী ঃ অসম

চতুৰ্থ সংস্কৰণ
অক্টোবৰ
১৯৬৪

বেচ ঃ ৩·৫০ পইচা

মুদ্ৰক ঃ
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

"আমাৰ বিবিধ সমস্যা সমাধানৰ বাবে নাৰীসকলৰ মাজত কৰ্ত্তব্য-বোধ জগোৱাৰ প্ৰত্যেক চেষ্টাই আদৰণীয়। * * * দাৰিদ্ৰ্য, ৰোগ, অজ্ঞতা আৰু অন্ধবিশ্বাসবিহীন এখন নতুন ভাৰত গঢ়িবলৈ প্ৰত্যেক নাৰীয়েই সজাগ হোৱা উচিত।"

—অমৃত কাউৰ

"যৌনক্ষুধা পাপ নহয়—নৰনাৰীৰ জীৱনত ই এটা সুন্দৰ গতি। * * প্ৰেম হ'ল—ফুলৰ দৰে, ই ফুলি উঠে আকৌ মৰহি যায়। যদি সেয়ে নহয় তেন্তে বুজিব লাগিব যে ই প্ৰকৃত নহয়,—নিশ্চয় ফটা কাপোৰৰে তৈয়াৰী এটা কৃত্ৰিম ফুল, নাইবা মৰিশালীৰ এক প্ৰাণহীন বস্তু।"

—লৰেন্স

ইলা ভনীটি মোৰ,

জীৱনৰ খলা-বমাৰ মাজেদি যাওঁতে যাওঁতে হঠাৎ তোমাৰ চিঠিয়ে আনি দিলে মনৰ গুপুততম আকাঙ্খাৰ কথা, যাৰ সামঞ্জস্য বিচাৰি ফুৰি চলাথ কৰি উৱাদিহ নেপালোঁ। চিগ্‌মণ্ড ফ্ৰয়ডৰ ভাষাত কবলৈ হলে স্মৃতি-শশি চেনচ'ৰ ( Censor ) হোৱা স্খলিত উদ্ঘাটন কৰি পালোঁ—তাৰ প্ৰতিক্ৰিয়া স্বৰূপে —এটি বিৰাট শূন্য। এনে অৱস্থাত তোমাৰ প্ৰশ্ন আৰু তোমাৰ চিঠিৰ উত্তৰ দিয়া কিমান টান তাকো সহজে বুজাবলৈ বৰ টান—তাকো সহজে বুজাবলৈ বৰ টান পাইছোঁ। এনে প্ৰশ্ন এটি কথাত বা এখন চিঠিত লিখি শেষ কৰিবৰ মোৰ সাধ্য নাই। নাৰীৰ "যৌৱন বিকাৰ আৰু তাৰ প্ৰতিকাৰ"—প্ৰশ্ন হিচাবে বৰ সুন্দৰ প্ৰশ্ন।— তোমাৰ নিচিনা গাভৰুৱে এই

গাভৰু কালত জীৱনৰ সৌন্দৰ্য্যময় যৌৱনত, ইয়াৰ বাহিৰে আৰু কি প্ৰশ্ন কৰিবা। কিন্তু মই উত্তৰ দিওঁ কেনেকৈ! বিদ্যাৰ দৌৰতো জানাই ; তাতে আকৌ তোমাৰ প্ৰশ্ন বৰ জটিল। ফ্ৰয়েডৰ কথাৰে উত্তৰ দিবলৈ গলে ব্ৰয়াৰৰ গৱেষণাৰ অনুমোদনকাৰী সকলৰ উপহাসৰ পাত্ৰ হোৱাৰ বাহিৰেও ফ্ৰয়ডৰ দৰে দূৰ-দেশান্তৰলৈ আঁতৰিব লাগিব। তথাপি মৰণত শৰণ দি তোমাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ চেষ্টা কৰিম।—কিন্তু কব নোৱাৰোঁ তোমাৰ মনৰ জোখাৰে হয়নে নহয়। নহয় যদিও উপহাস কৰি মোক লাঞ্ছিত নকৰিবা বুলি আশা কৰিলোঁ।

যৌন-বিকাৰ, হিষ্টিৰিয়া আদি অচৰিতাৰ্থ কামনাৰপৰা দমিত বাসনা,—অৰ্থাৎ চৰিতাৰ্থ কৰাৰ উপায় নাই বুলিয়েই দমন কৰিব লগীয়া বাসনা। কিন্তু আশ্চৰ্য্যৰ বিষয় এইটোহে যে বাসনা চৰিতাৰ্থ নহ'ল কিন্তু স্মৃতি বৈ গ'ল। ই আচৰণৰ ভিতৰেদিয়েই প্ৰকাশ পায়।

এতিয়া তোমাৰ কথালৈ আহোঁ দেই - যৌন-ক্ৰিয়াৰ বিশৃঙ্খলা কোনো শ্ৰেণী বা কোনো কালৰ ভিতৰত সীমাবদ্ধ নেথাকে ; এনে বিশৃঙ্খলা বিস্তাৰিতৰূপে, বিচলিত ভাব, ৰুক্ষ-মেজাজ, অমনোযোগিতা, মূৰ-কামোৰা, শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গৰ বিষ অনুভৱ কৰা, বুকু ঢপ-ঢপোৱা ইত্যাদিত প্ৰকাশ হয়। একেটা কথাত কলে, হিষ্টিৰিয়া ৰোগৰ যাবতীয় লক্ষণ সমূহ যৌন-চৰিতাৰ্থতা লাভৰ উপায় নোহোৱাৰ পৰাই সৃষ্ট হয়। এইবিলাক ৰোগ সচৰাচৰ ধৰা পৰাৰপৰা বহুত আঁতৰত



আৰু সেই কাৰণেই চিকিৎসক সকলে এই অলক্ষিত অথচ ৰেমাৰৰ প্ৰধান উপাদানৰ উপেক্ষা কৰিবলৈ বাধ্য হয় ; বহুতৰো, কিয় ৯৯ জন চিকিৎসকৰে এনে বিষয়ে প্ৰশ্ন কৰিবলৈকো দ্বিধা বোধ হয়! সেই কাৰণেই ডাঃ ব্ৰয়াৰে সম্মোহন প্ৰয়োগ ( Hypnotism ) কৰি ৰোগীৰ মনৰ কথা বাহিৰ কৰিছিল। ফ্ৰয়ডে সুকৌশলৰে আৰু সহানুভূতিৰ সহায়েৰে ৰোগীৰ মনো-নিৰুদ্ধ ইচ্ছাপুঞ্জ ব্যক্ত কৰিবলৈ বাধ্য কৰিছিল। এই পদ্ধতিক Free Association বা অবাধ অনুৰুহ বোলে। এনে কৰি যদি ৰোগীৰ দ্বিধা, সংশয়, লাজ, ভয় আদি মনৰপৰা আঁতৰাই সকলো কথা ভাঙি-চিঙি ব্যক্ত কৰাব পাৰে আৰু চিকিৎসকেও প্ৰত্যেকটো কথা বৰ মন-যোগেৰে কাণ দিয়ে—অসংলগ্ন বা বাজে কথা বুলি উপলুঙা নকৰে, তেতিয়া হলে অজ্ঞাত মনৰ মাল-মছলা আদি যোগোৱাৰ বাহিৰেও চিকিৎসকৰ মনত ৰোগৰ এটি ছাঁয়া-চিন বহুৱাব পাৰে। কিন্তু এটা কথা,—ৰোগী, ৰোগীৰ শুশ্ৰূষা-কাৰী আৰু চিকিৎসকৰ মাজত সহযোগিতা নহলে এনে ৰোগৰ প্ৰতিকাৰ দুৰূহ। কাৰণ অজ্ঞাত মনত, সাধনা, ইচ্ছা, কল্পনা, ভয়, কুণ্ঠা, বিদ্বেষ—বাধাহীন ভাবে অন্তৰৰ অন্তস্থলত থাকি আত্ম-প্ৰকাশৰ সুবিধা মাথোন বিচাৰে। সেই কাৰণে এই আত্ম-প্ৰকাশ কৰাবলৈ বৈজ্ঞানিক কৌশলৰ আৱশ্যক—এই বৈজ্ঞানিক নিয়ম প্ৰণালীকে ডাঃ ফ্ৰয়ডে চাইকো-এনালিচিস্ ( Psycho-analysis ) নামত ভুক্ত কৰিছে।

তুমি আকৌ মই বাৰে বাৰে ডাঃ ফ্ৰয়ডৰ নাম লোৱা দেখিয়েই ভাবি নলবা যে মনঃসমীক্ষাৰ প্ৰণালী ( চাইকো-এনালিচিস্ ) কেৱল ডাঃ ফ্ৰয়ডৰহে। বেলেগ বেলেগ বৈজ্ঞানিক সকলে তেখেত সকলৰ গৱেষণা আৰু প্ৰতিভা অনুসাৰে ভিন ভিন মনঃসমীক্ষণৰ প্ৰণালী ৰচনা কৰিছে। তোমালৈ চাগৈ কথাবোৰ বৰ জটিল হৈ পৰিছে নহয়নে? কিন্তু কি কৰিম উপায় নাই—তুমিয়েই জোকাই লৈছা—শুনি যাবই লাগিব।

তোমাক কৈ আহিলোঁ, যি ৰোগীয়ে আত্ম-প্ৰকাশ কৰিবৰ সুযোগ বা সুবিধা নলয়—আৰু যিসকল ৰোগীয়ে এনে আত্ম-প্ৰকাশৰ প্ৰশ্নত বিৰক্ত হয় আৰু বিশৃঙ্খলাৰ মাজেদি ইয়াৰ উগ্ৰ প্ৰতিবাদ কৰে, তেওঁলোকৰ ভিতৰতেই এই ৰোগৰ বেছি প্ৰতিপত্তি দেখা পোৱা হয়। এনে অধিকাংশ গণ্ডগোলেই দৈহিক আৰু মানসিক কাৰণৰ দ্বাৰাই উদ্ভৱ হয়। নতুন ভাবে শিক্ষা দি ( re-education ) মানসিক সাম্য আৰু সংহতি স্থাপন ( Physiological adjustment ) কৰাই এই বিলাক বিশৃঙ্খলা নিৰাকৰণৰ প্ৰধান উপায়।

এইখিনিতে তোমাক এটি কথা কলে বোধকৰোঁ তুমি মোৰ আগৰ কথাখিনিৰ উৱাদিহ পাবা আৰু বুজিবলৈ বেছি সুগম হব। কথাটো যদিও সামান্য, তথাপি তুমি অলপ দকৈ গমি চাবা। কথাটো হৈছে—যিটো আমি বিস্মৃত বা পাহৰি যোৱা বুলি ভাবোঁ—সেইটো সঁচাকৈয়ে লীন হৈ যোৱা



কথা নহয়। এইবোৰ প্ৰত্যেক অভিজ্ঞ মনৰ জমা-খৰছৰ বহীত সুন্দৰ ভাৱে জমা হৈ আছে। কিন্তু কথা হৈছে—যিটি অভিজ্ঞতা অপ্ৰিয়, সেইটো পাহৰিবলৈ মাত্ৰ এটি চেষ্টা থাকে। সেই চেষ্টাই বহুত সময়ত সফলতাও লাভ কৰে। এই অপ্ৰিয় অভিজ্ঞতাক সজ্ঞান চিন্তালৈ আনিবলৈ কোনেও নিবিচাৰে। তেনেহলে দেখা যাব—ইচ্ছাবৃত্তি যদি চৰিতাৰ্থ নহয়—তেতিয়াই তাৰ এটি প্ৰতিক্ৰিয়া হৈ এক অপ্ৰিয় অভিজ্ঞতা সৃষ্টি কৰে। এই অভিজ্ঞতাক পাহৰিবলৈ এটি চেষ্টা হয়—যাৰ ফলত অভিজ্ঞতা বিস্মৃতিৰ স্খলিত, অজ্ঞান মনৰ বন্দীশালত বন্ধ হৈ থাকে। কিন্তু ইফালে ইচ্ছাই চৰিতাৰ্থ হবৰ কাৰণে বাৰে বাৰে চেষ্টা কৰি উত্ৰাৱল হয় আৰু আত্ম-প্ৰকাশৰো চেষ্টা হয়। কিন্তু এটি সজাগ চেষ্টা-বৃত্তিয়ে তাক বাধা দিয়ে। এই প্ৰতিৰোধ শক্তি ( Resistance ) আৰু ইচ্ছা-বৃত্তিৰ স্ফুৰণ ( Impulse ) দুয়োৰ সংঘৰ্ষত মনৰ ক্লান্তি ( Neurosis ) অৱস্থাৰ সৃষ্টি হয়।

মনৰ যে তিনটা বেলেগ বেলেগ স্তৰ আছে তাক এই-খিনিতে ক'লে বোধকৰোঁ তোমাৰ সকলো কথা পৰিষ্কাৰ কৰি বুজিবলৈ সহজ হব। ডাঃ ফ্ৰয়ডৰ মতে মনৰ স্তৰ তিনিটা :—সজ্ঞান ( Conscious ), আসজ্ঞান ( Pre-conscious ) আৰু নিৰ্জ্ঞান ( Unconscious )। কোনো এক নিৰ্দ্দিষ্ট মুহূৰ্ত্তৰ যিবোৰ কথা বা মানসিক কাৰ্য্য আমাৰ মনত ব্যাপি থাকে তাক সজ্ঞান স্তৰত থকা বোলে। যিবোৰ

কথা সজ্ঞানত নাই অথচ সজ্ঞানৰ ওচৰতে এনে ঠাইত আছে যে যি কোনো সময়তে সজ্ঞানলৈ আহিব পাৰে তাকে আসজ্ঞান স্তৰত থকা বুলি কয়। যি বিলাক কথাৰ বিষয়ে আমি সজ্ঞান নহওঁ, আৰু যিবোৰ কথা সাধাৰণ অৱস্থাত আমাৰ সজ্ঞানলৈ নাহে তাক নিৰ্জ্জান স্তৰত থকা বোলে। সকলো মানসিক কাৰ্য্যই নিৰ্জ্জান স্তৰতে উৎপত্তি হয়। কিন্তু কিছুমান আসজ্ঞান স্তৰৰ বাহিৰ হব নোৱাৰে আৰু কিছুমান নিৰ্জ্জান স্তৰৰ বাহিৰত লুকাই থাকে।

এতিয়া তোমাৰ প্ৰশ্নটো কাৰ্য্যকৰী কৰি তুলিবলৈ হলে বিয়াৰ আগতে 'ডেকা-গাভৰুৰ' যৌন তত্বৰ জানিব লগীয়া বিষয়বিলাক বুজাই দিলে তোমালোকে অনেক যন্ত্ৰণাৰপৰা নিষ্কৃতি পাবা। এই যৌন-তত্ব নজনাৰ ফলতে গৃহ-বিবাদ, অবৈধ সন্তান উৎপাদন ( illegitimacy ), ব্যভিচাৰ, বন্ধ্যা, ( Sterility ) প্ৰভৃতি সামাজিক বহু সমস্যাৰ আবিৰ্ভাৱ হৈছে। অধিকাংশ মানুহক সুখী কৰা, আৰু যুটীয়া পৰিয়াল স্থায়ী কৰা যৌন বিদ্যাৰ মুখ্য উদ্দেশ্য। অৱশ্যে এনে কথা কোৱাত তুমি চাগৈ মোক খুব হাঁহিছা—কথা বিলাক উপলুঙা কৰি তোমাৰ লগৰী সকলৰ লগত বেছ আমোদ কৰিছা। কিন্তু তুমি স্বীকাৰ কৰিবই লাগিব যে প্ৰতি ঘৰত ৩।৪টি সন্তান যথোপযুক্ত ব্যবধানত জন্মগ্ৰহণ কৰিলে সিহঁতক প্ৰতিপালন কৰিবৰ সুবিধা হয়। চিকিৎসক সকলৰো কৰ্ত্তব্য বিবাহিত আৰু বিবাহ-ইচ্ছুক প্ৰতিজনকেই কাম-বিদ্যাৰ আৱশ্যকীয়



তথ্যানুশীলনত উৎসাহ দিয়া,—কাৰণ এইবিলাক বিষয়ৰ অজ্ঞতাৰপৰাই যাৱতীয় যৌন-বিকাৰৰ উৎপত্তি হয়—আৰু এই জাতীয় ৰোগৰ প্ৰতিকাৰৰ কাৰণে চিকিৎসক সকলে জনসাধাৰণৰ মাজত এনে ধৰণৰ শিক্ষাৰ নিমিত্তে ঠায়ে ঠায়ে ইয়াৰ প্ৰতিষ্ঠান গঢ়ি তোলা উচিত।

প্ৰথম যৌৱনত এনে শিক্ষাৰ আৱশ্যকতা সম্বন্ধে আদিম জাতিও উদাসীন নাছিল—কিন্তু পিচত যৌন বিষয়ৰ সকলো বিলাক কথা জনসাধাৰণৰ মাজত অশ্লীল বুলি বিবেচিত হোৱাত এনে নানাবিধ যৌন উপদ্ৰৱৰ সৃষ্টি হয়। অৱশেষত পাশ্চাত্য দেশৰ মনীষী সকলে যেতিয়া তেখেত সকলৰ ভুল বুজিব পাৰিলে—তেতিয়াৰপৰাই যৌন-তত্বৰ বিশদ প্ৰচাৰ আৰু আলোচনা আৰম্ভ হয়।

এতিয়া বোধকৰোঁ সহজে বুজিব পাৰিছা চিন্তা আৰু কামৰ স্বাধীনতাই জীৱন। সেই কাৰণে আজিৰ কথা বিলাক অলপ চিন্তা কৰিবলৈ তোমাক আহ্বান কৰি দি লগে লগে উন্নতি আৰু সুখ স্বচ্ছন্দতাৰ উপায় চিন্তিবলৈ মনত পেলাই দি আহোঁহে দেই। ইতি—

তোমাৰ—
ককাইদেউ

ভনীটি ইলা,

সঁচাকৈয়ে তুমি ৰহস্যময়ী। কিয় যে কি মোহত তোমাৰ ওচৰত বান্ধ খালোঁ কবই নোৱাৰিলোঁ। মই এতিয়া দেখিছোঁ যে খুটি পুতি নিজেই উজুটি খালোঁ। মই তোমালৈ লিখিছিলোঁ চিকিৎসক সকলে যৌন-তত্বৰ বিষয় সাধাৰণৰ মাজত প্ৰচাৰ কৰি জনতাৰ হিত সুধা উচিত। সেই কাৰণেই যে এই হেন মহান কামটি মোৰ মূৰৰ ওপৰত জাপি দিবা ই নিতান্ত অন্যায়। মোৰ ক্ষুদ্ৰ বুদ্ধিৰে এনে মহান উদ্দেশ্য সাধিত হব নোৱাৰে। তথাপি মোৰ ক্ষুদ্ৰ শক্তিৰে যি পাৰোঁ তাকে লিখোঁ—নাৰীৰ মৰ্য্যাদা ৰক্ষাৰ কাৰণে লিখিবই লাগিব। কাৰণ নাৰীৰ পূজা কৰিয়েই সকলো জাতি ডাঙৰ হৈছে—যি জাতিত, যি দেশত নাৰীৰ পূজা নাই, সেই দেশ কেতিয়াও ডাঙৰ হব নোৱাৰে। আমাৰ যে আজি এই অধঃপতন ইয়াৰ প্ৰধান কাৰণো এয়ে।



সংসাৰত তুমি দেখিছা যে সকলো জীৱই ক্ষুদ্ৰাতিক্ষুদ্ৰ হলেও প্ৰত্যেকেই এটি ক্ষুদ্ৰ জীৱন লৈ পৃথিৱীত ওপজে, বাঢ়ে—নিৰ্দ্দিষ্ট সময় জীয়াই থাকে আৰু এই সময় অন্ত হলে অনন্তত লয় পায়। এই জীৱৰ আধাৰ বা জীৱ সৃষ্টি হোৱাৰ মূলতে—পুৰুষ আৰু প্ৰকৃতি, এই দুটিৰ সংযোগ। প্ৰকৃতি বিনে পুৰুষৰ কোনো বিশেষত্ব নাই—অন্ততঃ জনন-ক্ৰিয়াত। সেই কাৰণে তুমি গোটেই পৃথিৱীৰ জীৱ জগতলৈ এবাৰ চকু মেলি চালে বুজিবা যে এই দুটিৰ এটি নহলেও জীৱৰ বিস্তাৰ নাই। জীৱনৰ এইবোৰ বিধি সকলো জীৱিত বস্তুৰ ওপৰতে আৰোপ কৰিব পাৰি—গছ-লতা, মাছ, পোক-পৰুৱা, চৰাই আদি—জন্তু আৰু মানুহ আদি সকলোতে। সিহঁতৰ প্ৰত্যেকৰে পুৰুষ আৰু প্ৰকৃতি আছে। এই জীৱিত বস্তুবোৰে বংশ বৃদ্ধি নকৰি অনন্তত লয় পোৱাহেঁতেন—এই সসাগৰা পৃথিৱী জীৱ-হীন নহলহেঁতেন নে? ই বস্তুৰ সাধাৰণ প্ৰকৃতি। সেই কাৰণে মানুহ কিয়—গছ-লতা, তৃণ আদিয়েও অনন্ত কালৰপৰাই পৃথিৱীত নিজ নিজ জাতিৰ বৃদ্ধি কৰি আহিছে।

পুৰুষ আৰু প্ৰকৃতিৰ সংযোগ নহলে সন্তান উৎপাদন হব নোৱাৰে। আৰু এই সংযোগ আৰু উৎপাদনৰ ভিত্তিকে লৈয়েই বিজ্ঞান-সম্মত অথচ সৰল ভাষাত তোমাক বুজাবলৈ চেষ্টা কৰিম। যদিও তোমালৈ এই বিষয়ে তাহানিৰ 'আৱাহন'ৰ জৰিয়তে আৰম্ভ কৰোঁতেই 'আৱাহনে' অশ্লীল বুলি ছপা নকৰিলে আৰু আজি আমাৰ গড়গঞা বেজবৰুৱাই

কাকতৰ নাটনিৰ অজুহাত দেখুৱাই সাৰাংশ তোলাতেই ক্ষান্ত হ'ল।

এতিয়া তোমাৰ বিষয়-বস্তুৰ বিষয়ে অলপ আৰম্ভ কৰোঁ দেই। বৰ হুটা কথা— পঢ়ি বা কেনে পোৱা! তোমাৰ স্কুল-কলেজৰ পাঠ্য কিতাপত জীৱতত্ত্ব আৰু ব্যৱচ্ছেদ বিদ্যাৰ বিষয়ে পঢ়িছা। সেই কিতাপ বিলাকত শৰীৰৰ বেলেগ বেলেগ অংশ-মণ্ডলীৰ বিৱৰণ দিয়া আছে, যেনে পৰিপাক প্ৰণালী, স্নায়ু-মণ্ডলী ইত্যাদি। কিন্তু কোনো কাৰণবশতঃ সন্তান উৎপত্তিৰ বিষয়, অৰ্থাৎ সন্তান উৎপাদনৰ আৱশ্যকীয় সংযোগৰ বিষয়ে একো উল্লেখ নাই। যদি ক'ৰবাত, কেনেবাকৈ একেষাৰ আছেও তাৰ বিশদ বৰ্ণনা নাই। অকল এয়ে নহয়, যেতিয়া নিজৰ স্বাভাৱিক কৌতূহল চৰিতাৰ্থ কৰিবলৈ পিতৃ-মাতৃ বা গুৰুজনক তুমি কেনেকৈ উপজিলা এই কথা সোধা— তোমালোকক কোনো উত্তৰ দিয়া নহয় বা দিয়া উত্তৰো এনে, যাক তোমালোকে নিজেই শুদ্ধ বুলি অনুভৱ কৰিব নোৱাৰা। কিন্তু এইখিনিতে ভুল নকৰিবা যে তোমাৰ পিতৃ-মাতৃ, গুৰুজনে তোমাৰ প্ৰশ্নৰ শুদ্ধ উত্তৰ নেজানে। তেওঁলোকে লৰা কালত অৰ্থাৎ তোমালোকৰ বয়সত, তেওঁলোকৰ পিতৃ-মাতৃৰপৰা এনে উত্তৰেই পাইছিল। কিন্তু এনে হল, তাৰ কাৰণে আমাৰ মূৰ ঘূৰুৱাৰ প্ৰয়োজন নাই। কথা অইন একো নহয়, মাত্ৰ কথাবিলাক আমাৰ সমাজত অশ্লীল বুলি আমি ভাৱি লৈছোঁ। কিন্তু এবাৰো আমি গমি নেচাওঁ যে



যদি জীৱনৰ পাতনিতে এনেবিলাক প্ৰশ্নৰ কৌতূহল নিবৃত্তি কৰিব পাৰি তেতিয়াহলে ভবিষ্যতলৈ নিজ জাতি আৰু দেশৰ কিমান মঙ্গল সাধনা কৰা হয়।

তোমাৰ কৌতূহল তোমাৰ পিতৃ-মাতৃ বা গুৰুজনে চৰিতাৰ্থ কৰিব নোৱাৰাত অগত্যা তুমি তোমাৰ কোনো সহপাঠী, বা ঘৰৰ লিগিৰা-লিগিৰীৰ লগত এই বিষয়ে বিচাৰ কৰাঁ আৰু তেনেবোৰৰপৰা পোৱা উত্তৰকে বেদবাক্য বুলি বিশ্বাস কৰাঁ। কিন্তু এইখিনিতেই ভুলৰ আৰম্ভ হ'ল—এজন কণাই আন এজন কণাক বাট দেখুৱাই নিয়াৰ দৰে।

এই বিষয়ে তেওঁলোকৰো কোনো বৈজ্ঞানিক জ্ঞান নাই— আৰু তোমালোকক কোৱা কথাবোৰো তেওঁলোকে আন কোনো অজ্ঞ সহপাঠী বা লিগিৰীৰপৰা গোটোৱাহে। এই বিষয়ত তেওঁলোকৰো মনোভাব সম্ভৱ নীচ অশিষ্ট আৰু তেওঁলোকৰ সেই অশিষ্টতা তেওঁলোকৰ অজ্ঞতাৰ ঢাকনি মাথোন। নীচ আৰু অশিষ্টৰ অৰ্থ মোৰ মতে এয়ে যে তোমালোকৰ বন্ধুৱে এই বিষয়টো নিশ্চয় এনেভাবে মীমাংসা কৰিছে যে সি তোমালোকৰ পিতৃ-মাতৃৰ দ্বাৰা গৃহীত নহয়। গতিকে এই বিষয়টো গোপনে পৰামৰ্শ কৰিব লগীয়া হয় বুলিয়েই ইয়াক কিবা বেয়া বা নিৰ্লজ্জ বুলি ভাবিবলৈ তোমালোক স্বাভাৱিকতে অনুপ্ৰাণিত হোৱা।

কথা হৈছে সন্তান উৎপাদন কৰাটো স্বাভাৱিক বিধি, আৰু কোনো স্বাভাৱিক বিধিত একো অশিষ্টতা বা নীচতা

থাকিব নোৱাৰে। গছ-লতাৰপৰা পুলি হয়। মেকুৰীয়ে পোৱালী দিয়ে, কুকুৰে ইয়াৰ স্বজাতীয় সন্তান জন্ম দিয়ে, গৰুৱে পোৱালী দিয়ে, মানুহে সন্তান জন্ম দিয়ে। সিহঁতৰ প্ৰত্যেকেই এটি স্বাভাৱিক বিধিকে পালন কৰিছে।

বহুতো বকলা মেলা হ'ল। চমু কথাত তোমাক কবলৈ হলে মানুহ জাতিক লেখত লৈ সকলো জীৱিত বস্তুৰে গোপন কৰা জীৱনৰ বিধিবোৰ এয়ে :—পুৰুষ আৰু প্ৰকৃতিৰ সংযোগত উৎপন্ন হোৱা প্ৰত্যেক প্ৰাণীয়েই ক্ষুদ্ৰ অৱস্থাত এই পৃথিৱীত দেখা দিয়ে। ক্ষুদ্ৰ অৱস্থাৰপৰা প্ৰাণীটি বাঢ়ি আৰু নিৰ্দ্দিষ্ট সময় জীয়াই থাকি অনন্তত লীন হয়। সন্তান উৎপাদন স্বাভাৱিক বিধি—ই নীচ বা অশ্লীল হব নোৱাৰে। গতিকে তোমাক আকৌ সোঁৱৰাই থওঁ কথাবোৰ পঢ়ি যাওঁতে অকণো লাজ নকৰিবা, বৰং ভালকৈ বুজিবৰ চেষ্টা কৰিবা আৰু বন্ধু-বান্ধৱীৰ লগত খোলাখুলিকৈ আলোচনা কৰি আদৰ্শ নাৰী-চৰিত্ৰ গঠন কৰি জাতিৰ উত্থানৰ বাট সুগম কৰা।

আজিলৈ আহোঁ দেই। এতিয়াতো সঘনে লিখা হব, ভয় নাই। ইতি—

তোমাৰ
ককাইদেউ



ইলা ভনীটি মোৰ,

তোমাৰ চিঠি পালোঁ। তুমি লিখিছা মোৰ চিঠিৰ তুমি অমৰ্য্যাদা কৰা নাই—তোমাৰ লগৰী সকলৰ ক্লাবত মাথোন ইয়াৰ এক বেছ সমালোচনা কৰিলা। বেছ কৰিলা! তেন্তে মোৰ চিঠিয়ে তোমাৰ লগৰী সকলৰ সমালোচনা আদিয়েই তোমাৰ মনৰ বাঞ্ছা প্ৰচাৰৰ নিৰূপম আকাঙ্খা আৰু তৃপ্তি লাভ কৰিলে—নহয় জানো বাৰু!

আজি তোমাৰ চিঠি পোৱাৰ আগতেই ভাবিছিলোঁ এইবাৰ তোমালৈ কি লিখোঁ—মোৰ যে তলি উদং হওঁ হওঁ। যাওহক, তোমাৰ চিঠিয়েই খাদ্য সংগ্ৰহ কৰি আনি দিলে। 'প্ৰবৃত্তি'—মানুহৰ প্ৰবৃত্তি ( Instinct ) সহজাত প্ৰবৃত্তি—এই বিষয়ে অলপ বহলাই কেইবিধ প্ৰবৃত্তি আমাৰ বৰ্ত্তমান

বিষয়ত আৱশ্যকীয় আৰু সেইবোৰৰ ভিতৰত বিশেষ কাৰ্য্য-কৰীটোৰ কথা বহলাই লিখিলে বোধ কৰোঁ বেয়া নহব। প্ৰধান স্বাভাৱিক প্ৰবৃত্তিৰ কথাকে কওঁ দেই। অৱশ্যে কোৱাটোতো মোৰ ইচ্ছাধীন—ভালপোৱা নোপোৱাটোহে তোমাৰ কথা।

এতিয়া শুনা,—বৃদ্ধি আৰু জীয়াই থকা এই প্ৰক্ৰিয়াবোৰৰ লগত শক্তিৰ ক্ৰমাগত হানি-বৃদ্ধি আৰু পেশী সমূহৰ অপচয়ৰ সম্বন্ধ আছে। মাথোন উপযোগী আহাৰৰ দ্বাৰাইহে হানি হোৱা শক্তিৰ পূৰ্ণতা আনিব আৰু অপচয় হোৱা পেশী সমূহৰ জীৰ্ণতা দূৰ কৰিব পাৰিব। জীৱিত বস্তু বা প্ৰাণীবোৰৰ অকল নিজৰ আহাৰ গোটোৱাটোৱেই কাম নহয়, সিহঁতে আন আন শক্তিশালী জীৱিত প্ৰাণীৰ পৰাও নিজক ৰক্ষা কৰিব লাগিব! জীৱনত যিমান পৰা যায় সিমান দিন জীয়াই থকাৰ ইচ্ছাটোৱেই প্ৰধান আৰু প্ৰথম প্ৰবৃত্তি আৰু ইয়াক চমু কথাত কবলৈ হলে আত্মৰক্ষা বা জীৱন ৰক্ষা প্ৰবৃত্তিও বোলে। আনটো প্ৰবৃত্তি বংশ-ৰক্ষা প্ৰবৃত্তি। ইয়াৰ অৰ্থ সকলো জীৱৰ পিচত সন্তান ৰাখি যোৱাৰ ইচ্ছা—এটি কথাতে কবলৈ হলে সিহঁতৰ বংশ বা জাতি সিহঁতৰ লগতে যেন ধ্বংস নহয়। এইখিনিতে অৱশ্যে এটি উপকৰা কথা কৈ তোমাৰ গালিৰ পৰা হাত সাৰিব লাগিব—বংশ-ৰক্ষা কথাটো মানুহত খাটে আৰু জাতি-ৰক্ষা কথাটো জন্তু বিশেষত ব্যৱহৃত হয়।



# এমিবাৰ উৎপাত



Illustration I

সংযোগৰ পৰাই যে সন্তান উৎপাদন হয়—এই কথাটো আগতেই কৈছোঁ। এই কথা ভগবানৰ শ্ৰেষ্ঠ সৃষ্টি মানব জাতিৰ পক্ষে যেনে সত্য, অতি সামান্য গছ-লতা পোক-পৰুৱাৰ পক্ষেও তেনে সত্য। অৱশ্যে তাৰে মাজত কিছুমান নিয়মৰ বাহিৰ। সম্পূৰ্ণ পূৰঠ গোলাপ-ডাল এটি যদি উপযুক্ত মাটিত ৰোৱা হয়—ই এটি সৰু গোলাপ পুলি হৈ বাঢ়ে। মাধৱীলতাৰ শ্ৰেণীৰ লতাবোৰ ঠাল ঠেঙুলি মেলি মাটিৰ ওপৰত বিৰাজ কৰে আৰু শিপা ধৰি সৰু সৰু সেই শ্ৰেণীৰ লতা হৈ পৰে। এইবিলাক বিষয়ত অৱশ্যে আমি কোনো যৌন আচৰণ দেখিবলৈ নেপাওঁ। সৰু সৰু গছ আৰু লতাবোৰ ডাঙৰ ডাঙৰ ( Parent ) গছ আৰু লতাৰ অংশৰ পৰা হয়; অৰ্থাৎ সিহঁত প্ৰকৃততে সিহঁতৰ মাইকী বাপেকীৰ অংশ স্বৰূপ। এই ঘটনাৰ পৰা 'পিতৃ-মাতৃৰ অনুৰূপ সন্তান' আদি নানান কথাৰ উদ্ভৱ হৈছে—যেনে এটি গোলাপডালি কলে তাৰপৰা গোলাপেইহে হব—তগৰ নহয়। উৎপাদনৰ এই প্ৰকাৰটো এটি নিয়ম-বহিৰ্ভূত কাম যদিও ইয়াক কিছুমান অতি সাধাৰণ প্ৰাণীৰ মাজতহে দেখা যায়।

থিয়ৰি আদি লিখি তোমাৰ অমূল্য সময় নষ্ট কৰাত তোমাৰ নিশ্চয় খঙে চুলিৰ আগ পাইছেগৈ। চুলিৰ আগ পোৱাটো আজিকালিহে আকৌ স্বাভাৱিক হৈছে দেই, কাৰণ আজি-কালিতো খোপা-বন্ধাৰ অভ্যাস গলেই; আজি-কালি আমি দেখিবলৈ পাওঁ মাত্ৰ মূৰৰ দুকাষে ওলমি থকা দুকোছা



চুলি, তাৰে আগত বন্ধা থাকে হবেক ৰকমৰ ৰেছমৰ সূতা বা 'টাই'। সেইকাৰণে মই চুলিৰ আগ নুবুলি ৰেছম সূতাৰ বান্ধনী বোলা হেঁতেনহে ঠিক হলহেঁতেন,—নহয় জানো? বাৰু, সি যি হওক আৰু দুইচাৰিটা কথা লিখি তোমাৰ আগত গোটেই বিষয়টো প্ৰাঞ্জল কৰি নিদিলে—মোকতো শাপে চুবই, তাৰ উপৰিও তোমাৰ লগৰীসকলৰ সমালোচনাত মোৰ ভিঠ্ঠাই টান হৈ পৰিব।

উদাহৰণ স্বৰূপে কওঁ শুনা:—এ'মবা ( Amoeba ) উৎপাদনৰ এনে এটি সাধাৰণ উপায় আছে; এ'মবা এটা কোষ ( Cell ) অৰ্থাৎ 'জেলি'ৰ দৰে বস্তুৰ এটি সামান্য দ'ম। ইয়াৰ অতি পাতল ঢাকনি আছে। ই নিৰ্ম্মল পানীত বাস কৰে আৰু যদিও ই অতি ক্ষুদ্ৰ হোৱাৰ কাৰণেই মাইক্ৰোস্কপিক লেঞ্চৰ দৰে শক্তিশালী বৰ্দ্ধনকাৰী আয়নাৰ জৰিয়তেহে দেখা পোৱা যায়, তথাপি ই ইমান মাৰাত্মক যে এই ক্ষুদ্ৰাদিৰ পৰাই গ্ৰহণীৰ দৰে উৎকট বেমাৰৰ সৃষ্টি হয়। এ'মবাৰ আহাৰ খোৱাৰ উপায় হৈছে—ই অনুমান কৰা কোনো কণিকাক আগুৰি ধৰি শুহি পেলায়। ই আৱশ্যকীয় বস্তুখিনি শোষণ কৰাৰ পাচত, ইয়াৰ বিকাৰৰ হজম নোহোৱা বাকী অংশটো এৰি গুচি আহে। ই ( Amoeba) সাধাৰণ সাধাৰণ অংশত ( Simple division ) বৃদ্ধি পায় বা ভাগ ভাগ হৈ ( Fission ) বৃদ্ধি পায়। এই বৃদ্ধিৰ কোনো এটি স্তৰ পোৱাৰ লগে লগে প্ৰবৰ্দ্ধিত হয় আৰু মাজ ভাগত এটি

সমাকৰ্ষণ ( Construction ) দেখা দিয়ে। সমাকৰ্ষণ ডাঠ হৈ অৱশেষত এসময়ত এ'মবা ( ফল স্বৰূপে ) ফাটি ছুটা হয় —আৰু এইদৰেই ফাটি ছুটা সৰু এ'মবা গঠিত হয়।

ওপৰৰ ছুটি উদাহৰণ—গোলাপ ফুলৰ ডাল আৰু এ'মবাৰ পৰা মাত্র ইয়াকে তোমাক কব খোজোঁ যে উৎপত্তিস্থল সম্পূর্ণৰূপে বৰ্দ্ধিত হলেহে উৎপাদনৰ সময় আহে। সন্তান সদায় মাইকী-বাপেকীৰ অংশ বা অংশৰ পৰা জন্ম হয়। সৰু গোলাপ পুলি আৰু সৰু এ'মবা সময়ত পূর্ণাঙ্গ গোলাপ গছ আৰু এ'মবা হয়। তাৰ পাচত সিহঁতে আন আন সৰু পুলি আৰু এ'মবা জন্ম দিয়ে। এইদৰে জীৱ সৃষ্টি অবিৰাম চক্রাকাৰে চলিব লাগিছে।

তোমাক আগতেই কৈছোঁ—জীৱনৰ ছুটি প্ৰধান স্বাভাৱিক প্ৰবৃত্তি হৈছে—জীৱ ৰক্ষা আৰু বংশ ৰক্ষাৰ প্ৰবৃত্তি। জীৱ ৰক্ষাৰ কাৰণে প্ৰাণীয়ে নিজৰ আহাৰ যোগাৰ কৰিব লাগে আৰু শত্ৰুৰ হাতৰ পৰা নিজক ৰক্ষা কৰিব লাগে। উৎপাদনৰ ছুটি তথ্য—এটি হৈছে মাইকী বাপেকীৰ অংশৰ পৰা সন্তান উৎপাদন আৰু আনটি হৈছে মাইকী-বাপেকীৰ সম্পূর্ণ বিকাশৰ পাচতহে সন্তান উৎপাদন।

এনে ধৰণৰ কথা তোমাক বুজাবৰ হলে আৰু বিশেষকৈ তুমি বুজিও নুবুজাৰ ভাও ধৰিলে মোৰ পক্ষে কথাটো বৰ জটিল হৈ পৰে। তথাপি আৰু ২।৪টা মোখনি-মৰা কথা লিখিবলৈ বাধ্য হলোঁ।



## REPRODUCTIVE ORGANS OF THE FLOWER




A—Petal B—Stigma
C—Anther D—Pistil
E—Stamen F—Carpel
G—Ovum H—Sepal

Illustration II

এটি পঢ়াশালিৰ লৰাক যদি সোধা হয়—ফুলগছৰ সংখ্যা কেনেকৈ বাঢ়ে? সি তপৰাই উত্তৰ দিব—"বীজ"ৰ পৰা। কিন্তু বীজ কি, ইয়াৰ পৰানো গছ কেনেকৈ হয় এই প্ৰশ্নবিলাক তাৰ মনলৈ নাহে—আৰু সি নেভাবেও। কিন্তু তুমি নিশ্চয় জানা যে এই বীজবোৰ গছ-লতাৰ সম্ভাৱনীয় সন্তান ( Potential babies ) আৰু উপযুক্ত মাটিত ৰুলে সিহঁত বাঢ়ি সৰু সৰু পুলি হয়। মাছ, চৰাই আৰু জন্তুৰ একে ধৰণৰ সম্ভাৱনীয় সন্তানক কণী বোলে বা লেটীনত 'ওভা' ( Ova ) বোলে। এইদৰে মাত্ৰ কেইটিমান বাদ দি সকলো নতুন জীৱয়েই—বীজ বা কণীৰ পৰা জন্ম লয়—আৰু ইও মতা আৰু মাইকীৰ সংযোগতহে হয়।

এতিয়া চোৱা যাওক 'বীজ' কেনেকৈ হয়; কণীৰ কথা পিচে পৰেও হব।

গোন্ধ আৰু সৌন্দৰ্য্যৰ মোহত তোমালোকে ফুল ভাল পোৱা। বীজৰ জন্মদাতা হ'ল এই মনোমুগ্ধকাৰী ফুল বিলাক—অৰ্থাৎ উপাদান কাৰ্য্যত সম্বন্ধ থকা অংশ বা অঙ্গ ( Organ )। সন্তান উৎপাদনৰ অঙ্গবোৰক Sex বা পুৰুষ-প্ৰকৃতি সম্বন্ধীয় অঙ্গ বোলে। যৌন নিৰাকৰণৰ প্ৰকৃত অৰ্থ হৈছে—পুৰুষ আৰু প্ৰকৃতিৰ মাজত শাৰীৰিক ভেদ প্ৰদৰ্শক পাৰ্থক্যবোৰ; সেই কাৰণে দুয়োৰো লিঙ্গ সম্পূৰ্ণ প্ৰভেদ।

সম্পূৰ্ণ প্ৰস্ফুটিত ফুলৰ—পুষ্পবৃত্তি, পুষ্পডাল. বীজকোষৰ অংশ, গৰ্ভকোষৰ Stigma, পুংকেশৰ আৰু পুংকেশৰৰ



পৰাগধাৰ আছে। পুষ্পবৃত্তিবোৰ সচৰাচৰ সেউজীয়া পাতৰ দৰে আৰু ই ফুলৰ বাহিৰৰ ৰক্ষাবৰণ। পুষ্পাবৰণ ফুলৰ কোমল কোমল অংশ বিশেষ আৰু সচৰাচৰ বগা বা পৰিষ্কাৰ বস্তুৰ। ফুলৰ ঠিক মাজ ভাগত বীজকোষৰ অংশ নামত মণ্ডলাকৃতি গঠনৰ একোছা বীজকোষ আছে—বীজকোষৰ আগ ভাগটো Stigma নামৰ ছুটি নোম বা মাৰৰ ( ভাতৰ বা ছিৰাৰ ) দৰে জুলীয়া বস্তুৰ আবৰণ থকা কোমল আৰু ফোপোলা বহল মূৰত অন্ত হৈছে। প্ৰত্যেক বীজকোষত গৰ্ভাশয় আছে, আৰু সেইকাৰণে বীজকোষবোৰক গৰ্ভাশয় বোলে। ষ্টিগমাই গৰ্ভকেশৰ আৰু সিহঁতৰ লগত থকা গৰ্ভাশয়ৰ সৈতে গছ-লতাৰ মাইকী উৎপাদিকা অঙ্গ গঠিত কৰে।

পুংকেশৰ ছুটা বা তাতোকৈ অধিক সংখ্যাৰ মিহি মিহি দীঘল হৈ যোৱা বৃন্ত আৰু ই ফুলৰ তলিত থকা বীজকোষৰ কেউফালৰ পৰা বাঢ়ি ওলায়। প্ৰত্যেক পুংকেশৰৰ মুকলি মূৰটোত একোটা হালধীয়া টান স্ফীতাংশ বা কোষ আছে—আৰু সেইটোকে পুংকেশৰৰ পৰাগধাৰ বোলে এই পুংকেশৰৰ পৰাগধাৰত উৎপাদিকা শক্তি—মূল উৎপাদন-পৰাগ থাকে।

তোমাৰ চাগৈ বৰ আমনি লাগিছে। ভাবিছা ককাই-দেউক আজি পৰুৱাই পালেনেকি! ক'ত যৌৱন বিকাশ, সৌন্দৰ্য্য চৰ্চ্চা আৰু আনি পেলাইছেহি কৰ পৰাগধাৰ,

পুংকেশৰ আদি কথাত। ভাবিছিলোঁ—আৰু কিছু . লিখোঁ কিন্তু এটি কথা লিখিয়েই চিঠিৰ ইতি কৰিম। মুঠতে কৈ থওঁ এই ফুলবোৰ গছ-লতাৰ উৎপাদন শক্তিৰ অঙ্গ। সিহঁত মতা আৰু মাইকী—অৱশ্যে যদিও কিছুমান জাতৰ ফুলৰ মতা-মাইকী উৎপাদন শক্তি একে ফুলতে থাকে।—গৰ্ভাশয়ৰ ভিতৰত উৰ্ব্বৰতা কামটো হয়—অৰ্থাৎ মাইকী অঙ্গৰ ভিতৰত গৰ্ভাশয়-পৰাগৰ সংযোগত। এই গৰ্ভাশয়ৰ ভিতৰতে উৰ্ব্বৰ গৰ্ভ বৃদ্ধি পায়। মুঠতে উৎপাদন কথাটোত নানান ৰকমৰ উপায় সোমাই আছে। ইয়াৰ ভিতৰতে গৰ্ভাশয়ৰ পূৰ্ণতা প্ৰাপ্তি, উৰ্ব্বৰতা, বীজলৈ ইয়াৰ বৃদ্ধি—বীজৰ পৰা এটি পুলি, তাৰ পৰা বৃদ্ধি,—সকলো।

আজিলৈ আৰু তোমাক আমনি নকৰোঁ। এই চিঠি পঢ়ি তোমাৰ কেনেবা কেনেবা লাগিছে নহয়নে? কাৰণ তুমি বিচৰা যৌৱনৰ কল্পনা ( imagination ) ইয়াত নাই—ইয়াত আৰু নাই মনৰ সমস্ত বৃত্তি ( faculty ) আৰু হৃদয়ৰ সকলো আবেগ ( feelings )—যিকিটিয়ে যৌৱনক পৰিস্ফুট কৰি তোলে। ইয়াত কল্পনা-প্ৰসূত কোনো কথা নাই, সেইটো ধ্ৰুৰূপ। কিন্তু এইবিলাক লিখাৰ তাৎপৰ্য্য কি তাক অলপ বিবেচনা কৰিলেই বুজিব পাৰিবা আৰু তেতিয়া হলে আগলৈ লিখিম বুলি ভবা কথাবিলাক তোমাৰ সহজ হৈ পৰিব। আহোঁ দেই। ইতি—

তোমাৰ—ককাইদেউ!



ইলা ভনীটি,

তোমাৰ চিঠিৰ উত্তৰ দিয়াত পলম হোৱা বাবে বেয়া নাপাবা দেই। আজি আৰু পাতনি লিখি সময় নেখেদোঁ। আচল কথালৈকে আহোঁ—নাৰীৰ জননেন্দ্ৰিয়ৰ বিষয়ে।

জনন ক্ৰিয়াৰ আৱশ্যকীয় প্ৰায় সকলো প্ৰধান অংশই নাৰীৰ পেল্‌ভিছ ( Pelvis ) বোলা তলপেটৰ গহ্বৰত থাকে। এই পেল্‌ভিছ হাড়ৰে গঠিত হোৱা অস্থিময় পাত্ৰাশয়, আৰু মেৰুদণ্ডৰ তল ভাগৰে গঠিত হোৱা তলপেটৰ গহ্বৰ। কিছুমান জননেন্দ্ৰিয় ( sex-organs ) আৰু লম্ববাদি ( appendages ) বাহিৰত থাকে বা বাহিৰৰ পৰা দেখা যায়। ছোৱালী জন্মিলেই তাইৰ জননেন্দ্ৰিয় প্ৰকৃতি নিৰ্দ্দেশৰ আটাইবোৰ অঙ্গ থাকে মাথোন সেই বোৰ ক্ষুদ্ৰ অৱস্থাত বিদ্যমান হয়।

এতিয়া মই তোমাক প্ৰথমতে জননেন্দ্ৰিয়ৰ সকলো বিষয়ে অলপ আভাস দিম। তুমি মাত্ৰ অলপ ধৈৰ্য্য ধৰি পঢ়িবা আৰু য'ত আমনি লগা যেন পোৱা তাতে এৰি আকৌ মন মুকলি আৰু হৃদয় প্ৰফুল্লিত হলেহে আৰম্ভ কৰিবা।

তলপেটৰ তলফালে নাইৰ তলত দুই কৰঙনৰ মাজত ওপৰ ভাগত নোমৰে ঢাক-যোৱা অলপ ওখ অংশ আছে—ইয়াক ইংৰাজীত Mons Veneris বোলে। এই নোমৰ নাম—Pubic নোম—এই নোম Pubertes নামৰ পৰা হৈছে। ইয়াৰ অৰ্থ নোম বিশিষ্ট, কাৰণ এইবোৰ বয়সতহে দেখা দিয়ে। ইয়াৰ তলত Pudendal cleft বুলি এটি দীঘলীয়া সুৰঙ্গ আছে। এই সুৰঙ্গৰ ভিতৰত ওপৰৰ পৰা আনফালে Clitoris ( ক্লাইটৰিছ ) মূত্ৰনলীৰ মুখ, আৰু যোনিমুখ। যোনিমুখৰ দুয়োফালে Labia minora ( সৰু জিভা ); আৰু ইয়াক ঢাকি আছে Labia majoraই ( ডাঙৰ-জিভা )। এই আটাইবোৰ লগ-লাগি Vulva হৈছে। Vulvaৰ পিচফালৰ নলত মলদ্বাৰ—এই ফালেদি মল ( Stoool ) বাহিৰ হয়। যোনিমুখ আৰু মলদ্বাৰৰ মাজৰ ঠাই ডোখৰ Perineum। এই ডোখৰ সন্তান জন্ম হোৱাৰ সময়ত ফটাৰ সম্ভৱ।

Pudendal cleftৰ ওপৰ ভাগত Clitoris, ই এটি সৰু দীঘলীয়া অঙ্গ। ই আংশিক বা সম্পূৰ্ণভাবে Prepuce বা আমছালৰে ঢাক খাই থাকে। Prepuceৰ ভিতৰত সৰু



I. নাৰীৰ জননেন্দ্ৰিয় ( ভিতৰফালে )

II. নাৰীৰ জননেন্দ্ৰিয় ( বাহিৰফালে )




| | |
|---|---|
| A—Uterus | B—Cervis |
| C—Vagina | D—Prepuce |
| E—Clitoris | F—Labia Majora |
| G—Urethral Orifice | H—Labia Minora |
| I—Vaginal Orifice | J—Perineum |
| K—Anus | L—Fallopian Tube |
| M—Broad Ligament | N—Ovary |

Illustrations III & IV

সৰু গ্ৰন্থি আছে। এই গ্ৰন্থিবোৰে Smega নামৰ এবিধ তৰল পদাৰ্থ বহিস্কৃত কৰে। Clitorisৰ এক ইঞ্চিমান তলত ফুলি থকা আৰু সামান্য কুঞ্চিত থকা অবয়বৰ এটি সৰু পথ আছে। এই পথেই 'মূত্ৰ-নলী' আৰু বাটেদিয়েই মূত্ৰাশয়ৰ পৰা মূত্ৰ বাহিৰ হয়।

মূত্ৰনলীৰ মুখৰ তলতে অণ্ডাকৃতি 'যোনিদ্বাৰ'। কুমাৰী সকলৰ এই দ্বাৰ অৰ্দ্ধচন্দ্ৰাকৃতি জালৰ জাপৰ ঋতুচ্ছদৰ ( Hymen ) দ্বাৰা সামান্য ঢাক খাই থাকে। আকাৰ, গঠন আদি বিষয়ত ঋতুচ্ছদৰ নিয়মাতিক্ৰমতা অস্বাভাৱিক হয়, আৰু বিবাহৰ আগতে কোনো অস্ত্ৰোপচাৰ বা অইন একো যত্নৰ আৱশ্যক নাই—যদি ই সম্পূৰ্ণ 'যোনিদ্বাৰ' আৱৰি নেথাকে। এসময়ত ঋতুচ্ছদৰ উপস্থিতিক কুমাৰীত্বৰ চিন বুলি ভাবিছিল আৰু এতিয়াও কোনো কোনো সম্প্ৰদায়ৰ মাজত এই ধাৰণা আছে। এই কথাত কিমানদূৰ সত্যতা আছে কব নোৱাৰোঁ। 'খেলা' বা 'কছৰত'ৰ সময়ত ই ফাটি যাব পাৰে। এই কাৰণে ইয়াৰ অনুপস্থিতি ছোৱালী বা কুমাৰীৰ যৌন পবিত্ৰতাৰ ( Sexual purities ) অভাৱ বুলিব নোৱাৰি। ঋতুচ্ছদ সচৰাচৰ কুমাৰী কালতেই থাকে।

সৰু ছোৱালীৰ 'যৌনদ্বাৰ' Labia minora ( সৰু-জিভা ) দ্বাৰা আৱৰি থকা দেখা যায়। ইয়াক জৰটা মাংসপিণ্ডৰ আৱৰণো বুলিব পাৰি। ওপৰত Clitorisৰ কেউফালে ই লগ লাগিছে। Labia majoraই ( ডাঙৰ-জিভা ) Labia



## নাৰীৰ জননেন্দ্ৰিয় ( এছোৱা )

( Sectional View )




(১) জৰায়ু (২) জৰায়ু মুখ
(৫) প্ৰসৱ পথ (৬) মূত্ৰস্থলী
(৭) মলনলী (৮) প্ৰসৱ দ্বাৰ

minoraক আবৰি থাকে। ইয়ো সৰু-জিভাৰ দৰে দুটা মাংস-পিণ্ডৰ ঘূৰণীয়া ছাল আৰু Mons Veneris মুখৰ পৰা আৰম্ভ কৰি পিছফালে আৰু তলফালে মলদ্বাৰলৈকে বাঢ়ি থাকে। Mons Veneris, দুখন জিভা, Clitoris, মূত্ৰ-নলীৰ দ্বাৰ আৰু যোনিদ্বাৰ সকলো সাধাৰণ নাম Vulvaৰ অন্তৰ্গত।

যোনিদ্বাৰৰ পৰা জৰায়ুলৈকে এটি নলী বা পথ আছে। এই পথেদিয়েই ঋতুস্ৰাব হয় আৰু সন্তান জন্মও হয়। ৰমণৰ সময়ত পুৰুষে যোনিত এই পথেদিয়েই বীৰ্য্য পৰিত্যাগ কৰে। যোনিৰ বেৰত থকা গ্ৰন্থিসমূহে অভিমৰ্দ্দনৰ ( Lubrication ) উদ্দেশ্যত এক প্ৰকাৰ পিচল ক্লেদময় পদাৰ্থ এৰে ( Mucoid Substance )। এইবোৰৰ সকলোতকৈ বেছি আৱশ্যকীয় গ্ৰন্থি দুটিৰ নাম Bartholin's gland ; ই যোনিদ্বাৰৰ দুয়োকাষে থাকে আৰু ইন্দ্ৰিয়ৰ উত্তেজনাত ওপৰত উল্লেখ কৰা পিচল পদাৰ্থ তৎপৰতাৰে নিস্থত হয়।

জৰায়ু এটি জাঠি আকাৰৰ ফোপোলা মাংসল অঙ্গ। সচৰাচৰ ই দীঘলে তিনি ইঞ্চি আৰু বহলে দুই ইঞ্চি। ইপাৰ যোনিৰ লগত যোগ আছে। এই অঙ্গৰ ভিতৰতেই উৰ্ব্বৰ ওভাম সন্তানলৈ বৃদ্ধি পায়। গৰ্ভধাৰণৰ পিছৰ অৱস্থাত, পূৰ্ণাঙ্গ সন্তান থাকিবৰ কাৰণে জৰায়ু যথেষ্ট পৰিমাণে বৃদ্ধি পায়। জৰায়ুৰ তলভাগটোক Cevix বোলে। ই যোনিৰ ভিতৰত পিণ্ডৰ দৰে প্ৰক্ষিপ্ত হৈ থাকে ( Project )। জৰায়ু



ইয়াৰ লগত আঁত-খাই নেথাকে, মাত্ৰ ওলমি থাকে। ইয়াক গ্ৰন্থিৰ অস্থিবন্ধ ( Broad Ligament ) নামে জনা যায়। প্ৰত্যেক বহল অস্থিবন্ধৰ ভিতৰত আৰু ওপৰ ভাগত Oviduct আছে। ইহঁতৰ এটা মূৰ জৰায়ুৰ ভিতৰত মুকলি হয়গৈ।

ডিম্বকোষবোৰ বাদামৰ আকৃতি বিশিষ্ট। জৰায়ুৰ দুয়োফালে এটা এটাকৈ ইহঁত বহল অস্থিবন্ধৰ জাপৰ মাজত সোমাই থাকে। প্ৰত্যেক ডিম্বকোষৰ অগ্ৰভাগ Fallopian Tubeৰ মুকলি মূৰটোৰ (Frecend) লগত যোগ হৈ থাকে। ডিম্বকোষৰ পৰা ওভা হয়। ছোৱালীয়ে কন্যাকাল পোৱাৰ পৰা পৰিণত ওভা ( Ova ) উৎপন্ন হয় আৰু ই দুকুৰি পাঁচ বছৰৰ পৰা সাত বছৰলৈকে থাকে। সচৰাচৰ এটি ঋতুত এটি ovaহে মুক্ত হয়।

আগতেই উল্লেখ কৰি আহিছোঁ যে Clitoris যোনিদ্বাৰৰ মাজত মূত্ৰনালীৰে সৈতে সংযোগ থকা পথ।

স্তনদ্বয় যদিও আন আন জননেন্দ্ৰিয়ৰ পৰা বহুত আঁতৰত তথাপি ইহঁতকো যৌন-সংসৰ্গ অঙ্গ হিচাবে ধৰা হয়। যৌৱনক্ষণ বা ঋতু কাষ চপাৰ লগে লগে স্তনো আকাৰত বাঢ়ে, পূৰ্ণযৌৱনত সিহঁতে পূৰ্ণতা লাভ কৰে। শৰীৰৰ গঠন, জাতি, স্বভাৱ আৰু আন-আন বিষয় লৈ বেলেগ বেলেগ গাভৰুৰ স্তনৰ গঠন আৰু আকৃতি বেলেগ হয়। স্তনৰ শাৰীৰিক ( Physiological ) কাম হৈছে সন্তানৰ কাৰণে গাখীৰ

যোগোৱা। গৰ্ভাৱস্থাত সিহঁত কোমল আৰু ডাঙৰ হয় আৰু তাত গাখীৰৰ সৃষ্টি হয়।

Ova জন্মোৱাৰ বাহিৰে ডিম্বকোষবোৰে আৰু এটি কাম সাধিত কৰে। ই হৈছে Female Hormone ( যোনি-নিঃসৰণ ) নামৰ এবিধ বিশেষ ৰাসায়নিক পদাৰ্থ নিসৃত কাৰণক। এই কাম জীৱনৰ আগ ভাগতে আনকি Ova উৎপত্তি হোৱাৰ আগতেই আৰম্ভ হয় আৰু আজীৱন কাৰ্য্য-কৰী হৈ থাকে—যদি অৱশ্যে কোনো বেমাৰ-এজাৰৰ দ্বাৰা অইন ব্যাঘাত নহয়। এই Hormoneএ ( নিঃসৰণ ) তেজৰ লগত বিচৰণ কৰি স্ত্ৰী-স্বভাৱজাত, আলসুৱা জকা, পূৰ্ণ স্তনদ্বয় আদি মাধ্যমিক স্ত্ৰী-সুলভ মাধুৰ্য্যৰ জন্ম দিয়ে। যদি Female Hormoneৰ দোষ-জনক নিঃসৰণ হয় তেতিয়া হলে মাধ্যমিক চিনবোৰ দেখা নেযায় আৰু ছোৱালীয়ে লৰাৰ প্ৰকৃতি প্ৰাপ্ত হয়। এই দেখিলা এই দুটি বেলেগ বেলেগ কাম কৰে। এটিয়ে সন্তান ধাৰণৰ যোগ্য কৰে—আনটিয়ে পূৰ্ণ নাৰীত্ব আনি দিয়ে। এই দুই প্ৰণালীৰ বিশৃঙ্খলা যে নহয়,—এনে নহয়, কিন্তু উপযুক্ত চিকিৎসকৰ দ্বাৰাই ইয়াৰ প্ৰতিকাৰ কৰিব পাৰি।

এতিয়া ওপৰত কৈ অহা কথাখিনি চমুকৈ তোমাৰ মনত পেলাই দিওঁ দেই—কাৰণ আৰম্ভ কৰিলোঁ ক'ত—আৰু পালোঁহি কি! কথাৰ খেলি-মেলিত আৰু শব্দ প্ৰয়োগৰ অগা-পিচত তুমি চাগৈ ভাবিছা যে আমাৰ দেশ খন যেনে



বিচিত্ৰ—ককাইদেউৰ মনো তেনেই। কাৰণ সিদিনা আমাৰ আলি টাঙনি হাইস্কুলৰ এচিষ্টেণ্ট হেড্‌মাষ্টাৰ শ্ৰীযুত দেবেন বড়াই ভাষাৰ কথা কবলৈ গৈ কৈছিল যে বিচিত্ৰ আমাৰ দেশ। প্ৰতি দহ মাইলতে ইয়াৰ ভাষা বেলেগ ( ইয়াত তুমি লিখিত ভাষাক নধৰিবা দেই—কোৱা ভাষা ) প্ৰতি ৫০ মাইলত ইয়াৰ বদলি হয় জল-বায়ু। ইয়াৰ মাটিত সাত ৰঙৰ অভাৱেই নাই, বিচাৰিলে আৰু ৰং পোৱা যায়। নাই মাত্ৰ আগ্নেয়গিৰি—যিটো থকা হেঁতেন ভালেই আছিল, কাৰণ এনে এটি নিষ্কৰ্মা জাতি ধ্বংস হৈ তাৰ ঠাইত এটি নতুন জাতিয়েই গঠন হ'লহেঁতেন। কাৰণ তিনি পাত চিঠি লিখোঁতেই আগৰ পাতৰ কথাই মুৰ-পোলোকা দিলে তথাপি সামৰণিৰ কাৰণে আকৌ গুৰি চপাই ধৰিব লগা হল—নহয় নে?

সন্তান জন্মোৱাৰ স্ত্ৰী অঙ্গবোৰ হৈছে, যোনি, জৰায়ু, Oviduct, ডিম্বকোষ আৰু স্তনদ্বয়। ওভা জন্মোৱাৰ বাহিৰেও, ডিম্বকোষে যোনি নিঃসৰণ ( Female Hormone ) এৰে। পিচৰটো ( Female Hormone ) আশুবয়সতে আৰম্ভ হয় —আৰু মৃত্যু পৰ্য্যন্ত থাকে। Ovulation ঋতুত আৰম্ভ হয় আৰু ৪৫ বছৰমান বয়সত বন্ধ হয়। এই পিছৰ সময় ডোখৰক Menopause বা জীৱনৰ পৰিবৰ্ত্তন নামে জনা যায়। Hormone তেজত মিহলি হয় আৰু ইয়াৰ পৰাই স্ত্ৰী-স্বভাৱজাত মাধ্যমিক নাৰীত্বৰ চিনবোৰে দেখা দিয়ে। অপ্ৰচুৰ Hormone নিঃসৰণে ছোৱালীৰ নাৰীত্বলৈ বঢ়াত বাধা দিয়ে। আনফালে

Ovulationৰ দোষবোৰৰ পৰা বন্ধ্যতা হয়। দুয়োটি অৱস্থাই সচৰাচৰ সুনিপুণ চিকিৎসকৰ ওচৰত বশ মানে।

আজি বহুত কথা লিখিলোঁ—অশ্লীল নহয় নে? এই অশ্লীলতাৰ ওপৰতে নিৰ্ভৰ কৰি মানুহৰ দেহৰ পৰা জীৱৰ সৃষ্টি হয়। এই অচেতন জড় পদাৰ্থৰ পৰা চৈতন্যময় আত্মাৰ সৃষ্টি—ইয়েই সকলোতকৈ আশ্চৰ্য্যজনক নহয়নে?

অশ্লীলতাৰ মাজেদিয়েই আজিলৈ বিদায় লওঁ দেই। ইতি—

তোমাৰ
ককাইদেউ।



ইলা ভনীটি মোৰ,

তুমি নৈবেদ্য আগ বঢ়াইছা। বাঃ! কিহৰ নৈবেদ্য? যদিহে কোৱা প্ৰেমৰ, তেন্তে ময়ো কব লাগিব যে প্ৰেমৰ নৈবেদ্য উচৰ্গা কৰা কঠিন। সেইটো তুমিয়েই লিখিছা কিন্তু তুমি লিখিবৰ সময়ত কিয় পাহৰিলা কব নোৱাৰিলোঁ, প্ৰতিগ্ৰহণ কৰা তাতোকৈ কঠিন। নিজক আগতে প্ৰেমময় কৰিব নোৱাৰিলে ইয়াৰ সাৰ্থকতা ক'ত! যৌৱনৰ মত্ততাত পাশ্চাত্যৰ প্ৰবাহ আজি তোমাৰ ধমনীত প্ৰবাহিত হৈছে। কিন্তু তুমি তৃপ্তি পাইছানে সঁচাকৈয়ে, নে উন্মাদ আকাঙ্খাত— এই পাশ্চাত্য ধমনীৰ উত্তেজনাত ঘূৰি ফুৰিছা? মোৰ বোধেৰে এই যৌৱন উত্তেজনাৰ অৱস্থা—তৃপ্তিৰ অভাৱৰ চিন মাথোন। এই উত্তেজনাৰ বশৱৰ্ত্তী হৈ পাহৰি নেযাবা যে যি

জাতিয়ে সীতা, বেউলাৰ চৰিত্ৰ প্ৰসৱ কৰিছে—এই চৰিত্ৰ যদি কল্পনাও হয় তেতিয়া হলেও স্বীকাৰ কৰিব লাগিব এই জাতিৰ ওপৰত কিমান শ্ৰদ্ধা তাৰ তুলনা নাই। মাতৃত্বই জাতিৰ জীৱনী শক্তি। সেই কাৰণেই এই যৌৱন উন্মত্ততাত উটিবুৰি নিজক বিলাই নিদিবা—এই অৱস্থা পোৱাৰ লগে লগে যিমান ডাঙৰ বোজা বৈ ফুৰিব লাগে তাৰ কাৰণে নিজৰ মন-প্ৰাণ দি শক্তি সঞ্চয় কৰাৰ কাৰণে চেষ্টাৰ ব্যাকুলতাই হে তোমাৰ এই মুহূৰ্ত্তৰ কাৰ্য্য হব লাগিব।

অতখিনি গালোঁ-বালোঁ মাত্ৰ তোমাৰ মনৰ উদ্বেগ দমাবৰ কাৰণে; প্ৰশ্নৰতো মই উত্তৰ আগতেই দি আহিছোঁ। যৌন প্ৰহেলিকাই ( Mystery about sex ) যৌন-বিপত্তি উদ্ভৱৰ অন্যতম কাৰণ। যৌন বিষয় অতি জটিল। এনে গুৰুতৰ বিষয় হাঁহি-ধেমালিৰে পাতল কৰি লোৱা উচিত নহয়। ছোৱালী কালতে এই বিষয় মনত ভুল ধাৰণা সুমুৱাই দিয়া নিতান্ত অন্যায়। জোৰ-জুলুমকৈ যৌন-প্ৰসঙ্গ বৰ্জ্জন কৰি কোনো লাভ নাই। লুকা-চুৰি নকৰি এই বিষয় ছোৱালীক ভালকৈ বুজাই সাৱধান কৰি দিয়াই বাঞ্ছনীয়।

কোনো কোনো বিশেষজ্ঞৰ মতে লৰা-ছোৱালীয়ে যেতিয়া বুজিব পৰা অৱস্থা হয় তেতিয়া কিছুদিনৰ কাৰণে পামত থলে নৈসৰ্গিক ঘটনাৰ সৈতে তাহাঁতৰ পৰিচয় হোৱাৰ লগে লগে চৰাই-চিৰিকতি, পশু-পক্ষীৰ যৌনজীৱন সম্বন্ধে কিছু জ্ঞান আৰ্জ্জিবলৈ সুবিধা হয়।



বহুত বিশেষজ্ঞৰ মতে যৌনবিষয় শিক্ষা দিয়াৰ সহজ আৰু স্বাভাৱিক প্ৰণালী হৈছে—প্ৰথমে উদ্ভিদ বিদ্যা আৰু সকলো প্ৰাণী-বিদ্যা সম্বন্ধে আলোচনা কৰি ক্ৰমে মানৱ দেহতত্বৰ বিষয়ে বুজাই দিয়া। সেই কাৰণে আৰম্ভতে অৰ্থাৎ মোৰ চিঠিৰ পাতনিত সেই মনীষীসকলৰ ইচ্ছানুযায়ী তোমালৈ উদ্ভিদ, মাছ, চৰাই আদিৰ জাতি বৃদ্ধিৰ বিষয়ে এবকলা লিখিছিলোঁ—কিন্তু তাৰ পুৰস্কাৰ স্বৰূপে পালোঁ ককাইদেউক পকুৱাই পোৱা আখ্যা। তোমাৰ নিচিনা এজনী শিক্ষিতা গাভৰুৱেও যদি তাৰ অৰ্থ ধৰিব নোৱাৰিলা তেন্তে আমাৰ দেশত—য'ত শতকৰা ৯৯'৪ জন মানুহে আখৰ জোটনিয়েই দেখা নাই—তেনে মানুহলৈ আৰু কি থ'লা?

বাৰু, সেইবিলাক দেশৰ গৰাকীসকললৈকে এৰি আমাৰ বক্তব্যৰ বিষয়কে আলোচনা কৰোঁ দেই। এতিয়া বোধকৰোঁ তুমি ভালকৈ বুজিব পাৰিছা—গছ-লতা আৰু সৰু সৰু জন্তুৰ সন্তান জন্মোৱাৰ প্ৰাথমিক নিয়মবোৰ স্তন্যপায়ী জন্তুৰ লগত একে, কিন্তু উৰ্ব্বৰতা আৰু মাইকীৰ গৰ্ভত সন্তান জন্মোৱাৰ প্ৰণালী, স্তন্যপায়ী জন্তুৰ বেছি পৰিশ্ৰমসাধ্য ( Elaborate ) মাছে লাখ লাখ কণী পাৰে কিন্তু চৰাই, কুকুৰ, মেকুৰীয়ে মাত্ৰ কেইটিমানহে পোৱালী দিয়ে। মানুহৰ আকৌ এবাৰত এটিহে সন্তান হয়, কাচিংহে দুটা বা ততোধিক হয়। মাছৰ উৰ্ব্বৰতা ( fertilisation ) বাহিৰত হয়—আৰু সেই কাৰণেই বহুত কণীৰ উৰ্ব্বৰতা নহয়েই। চৰাই আৰু স্তন্যপায়ী জন্তুৰ

আন হাতেদি—উৰ্ব্বৰতা মাইকীৰ লগত হয়। সেই কাৰণে প্ৰত্যেকেই বীৰ্য্য পাবই।

স্তন্যপায়ী জন্তুৰ জৰায়ু ক্ৰমবৰ্দ্ধিত সন্তানক স্থান দিবলৈ যথেষ্ট প্ৰকাৰে বঢ়াত সক্ষম। প্ৰথম তিনি মাহত বৰ্দ্ধিত ovumক ভ্ৰূণ ( Embryo ) বোলে আৰু তিনি মাহৰ পিচৰ পৰা ইয়াক ( foetus ) গৰ্ভ বোলে। বাঢ়ি যোৱা ভ্ৰূণ আৰু গৰ্ভই মাকৰ তেজৰ পৰাই পুষ্টি লাভ কৰে।

শৰীৰত গৰ্ভ বা ভ্ৰূণ থাকিলে তিৰোতাক গৰ্ভৱতী বোলে। বেলেগ বেলেগ জাতিৰ স্তন্যপায়ী জন্তুৰ সন্তান থকাৰ সময়ো বেলেগ। কুকুৰে ন সপ্তাহ সময় লয়। মানুহ আৰু গৰুৰ নমাহ লাগে। হাতীৰ বাইছ মাহ—এই দৰে সময় লয়। এই সময়ৰ শেষত সন্তানটো জৰায়ুৰ পৰা যোনিৰ মাজেদি ওলাই আহে—ঠিক চৰাইৰ পৰা কণী ওলোৱাৰ দৰে—আৰু তেতিয়াহে সন্তান জন্ম হৈছে বুলি কোৱা হয়।

স্তন্যপায়ী জন্তুৰ পোৱালীবোৰ জন্মৰ পিচত, যথেষ্টৰূপে ডাঙৰ আৰু বলী হৈ মাক-বাপেকৰ দৰে আহাৰ খাব নোৱৰালৈকে মাকৰ গাখীৰ খাই পুষ্ট হয়। সৰু থকা অৱস্থাত সন্তানে নিজ যত্ন আৰু নিজ ব্যৱহাৰৰ কাৰণে মাকৰ পৰা শিক্ষালাভ কৰে। তোমালোকে বোধকৰোঁ, মেকুৰীয়ে নিজৰ পোৱালিক কেনেকৈ নিগনি ধৰিবলৈ শিকায় আৰু এন্দুৰে নিজৰ পোৱালিক কেনেকৈ মেকুৰী আদি নিজৰ শত্ৰুৰ পৰা ৰক্ষা কৰিবলৈ শিকায়, দেখিছা। মানুহৰ বাহিৰে সকলো



স্তন্যপায়ী জন্তুৰেই কিছুদিনৰ কাৰণেহে অভিভাবকৰ আৱশ্যক হয়। পৃথিৱীত মানুহৰ সন্তানেই সকলোতকৈ অসহায় প্ৰাণী। মানুহৰ আত্মনিৰ্ভৰশীল হবলৈ ১৬ৰ পৰা ২০ বছৰ আৱশ্যক। এই কাৰণেই মাতৃয়ে ইমান দিনলৈ মৰমীয়াল আৰু সন্তানৰ প্ৰতি অনুৰক্ত হৈ যত্ন লব লাগে। তুমি বোধ কৰো দেখিছা—পুৰুষতকৈ প্ৰকৃতি দুৰ্ব্বল কিন্তু নিজৰ সন্তান ৰক্ষা কৰাত অতি ভয়াতুৰ মাতৃয়েও ভীষণ ক্ৰুৰ আৰু আত্মোৎসৰ্গী হয়।

তুমি যদি কথাবিলাক অলপ ভাবিছা তেন্তে নিশ্চয় তোমাৰ মনত জন্তু আৰু মানুহৰ মাজৰ দুটি পাৰ্থক্যই দেখা দিছে। নিজৰ সন্তানবোৰ আত্মৰক্ষাত সক্ষম হলেই জন্তুবোৰে তাহাঁতৰ সন্তানৰ প্ৰতি উদাসীন হৈ পৰে—কিন্তু মানুহৰ সন্তানৰ প্ৰতি ভাব চিৰজীৱন একে থাকে। ইফালে আকৌ জন্তুৰ মতাটোৱে সন্তান জন্মাবৰ কাৰণেহে এজনী মাইকী বিচাৰি লয়—জন্তুৱে সঙ্গ বিচাৰে মাত্ৰ উৎপাদনৰ কাৰণেহে; তাৰ পাচত আৰু তাহাঁতৰ কোনো সম্বন্ধ নাই। কিন্তু মানুহৰ পুৰুষৰ লগৰীয়া ভাৰ্য্যা গোটেই জীৱনৰ সাহায্যকাৰী—আৰু সহচৰী সহধৰ্ম্মিণী। বিধি আৰু সমাজে বিবাহৰ দ্বাৰাই এই জীৱন সহচৰিত্ব বদ্ধমূল কৰিছে। এই মিলন কেৱল সন্তান জন্মোৱাৰ কাৰণেই নহয়—পৰস্পৰৰ সাহায্য আৰু সাহচৰ্য্যৰ ( Companionship ) কাৰণেও।

যি অনুষ্ঠানৰ দ্বাৰা সন্তান উৎপত্তি হয়—সি ভগবানৰ পৱিত্ৰ প্ৰীতিস্বৰূপ। এটি পৱিত্ৰ জীৱনক জগতলৈ আনিবৰ

কাৰণেই স্বামী-স্ত্রীৰ মিলন। এই মিলনৰ শুভাশুভৰ কাৰণে ভগবানৰ ওচৰত হৃদয়ৰ সকলো আৱেগেৰে প্রার্থনা জনাই এটি জীৱক জন্ম দিব লাগে! ইয়াক তুমি কেৱল ইন্দ্রিয়ৰ পৰিতৃপ্তি—পশু প্ৰবৃত্তিৰ চৰিতাৰ্থতা বুলিবানে?

সংসাৰখন বিচিত্র লীলাভূমি—বিচিত্রতাৰ ইয়াত অভাৱ নাই—ইয়াত যি বিচাৰা তাকে পাবা; যেনেকৈয়ে জীৱন উপভোগ কৰিবলৈ যোৱা সেই সম্ভোগৰ অভাৱ নাই। সুখ, শান্তি, ঐশ্বর্য্য, বিভূতি, সৌন্দর্য্য—সকলো আছে কিন্তু বিচাৰি উলিয়াব লাগিব। এই বিচাৰি উলিওৱাতেই সকলো কথা। তোমাৰ যৌন-জীৱনৰ আৰম্ভৰ পৰা নিজৰ মন চিৰ-প্ৰফুল্লিত ৰাখিবৰ কাৰণে যত্নবান হব লাগে—তাৰ কাৰণে তুমি আহৰণ কৰিব লাগিব—সু-শিক্ষা, সু-চৰিত্ৰ; সুগৃহিনী, সু-বেশ, সেৱা-শুশ্ৰূষা, স্ত্ৰী-আচাৰ আৰু ধৰ্ম্ম—এয়ে হলেহে উপযুক্ত মাতৃ হব পাৰিবা। আৰু মাক হব পৰাৰ কাৰণে তোমাক ভগবানৰ ওচৰত কৃতজ্ঞ; আৰু মাতৃত্ব অৰ্জ্জন কৰিব পৰা বুলিয়েই তোমাক আজি ধন্য আৰু নিজক পৱিত্ৰ বুলি ভাবিব পাৰিছা। যদি তাকে নকৰা, তোমা-লোকৰ বিবাহ প্ৰবঞ্চনা, নাৰীত্ব ব্যৰ্থ, শিক্ষা কুসংস্কাৰ!

আজিলৈ আহোঁহে দেই। ইতি

তোমাৰ

ককাইদেউ।



ইলা,

তোমাৰ বিৰক্তি উপজিছে—মোৰ পাতনি পঢ়ি; কি কৰিম! মোখনি নেমাৰি কথা কোৱাৰ অভ্যাস হোজা খাৰ-খোৱা অসমীয়াৰ নাই। তুমি দেখিছাই আমাৰ 'ভাওনা ঘৰত' ভাওনা আৰম্ভ হোৱাৰ আগতে সূত্ৰধাৰীয়ে গোটেই বিষয়বস্তু কৈ দিয়ে—আৰু তাৰ পাচতহে আচল 'ভাওনা' আৰম্ভ হয়। সি যি নহওক আজিৰ চিঠিতেই মোৰ বক্তব্যৰ প্ৰথম অধ্যায় শেষ কৰিম বুলি ভাবিছোঁ। প্ৰকৃতিৰ কাম্য-ভূমিত বিচৰণ কৰি পুৰুষোচিত প্ৰকৃতিৰ সঙ্গলাভ কৰা বা ঠোৰতে প্ৰকৃতি পুৰুষৰ স্বৰূপ—বৰ্ণাবলৈকে অলপ চেষ্টা কৰাৰ লগে লগে—তোমাৰ ওচৰত অনুৰোধ কৰোঁ যাতে তোমাৰ সহপাঠী বান্ধৱী আৰু লগৰীয়াৰ ওচৰত আদৰ্শ নাৰী চৰিত্ৰৰ

চৰ্চ্চা কৰি—উচ্চ ত্যাগ-ব্ৰতত তোমালোকৰ অনুৰাগ জন্মে ; সীতা, সাবিত্ৰী, বেউলা, জয়মতী, লীলাৱতী, খনা আদিৰ চৰিত্ৰৰ আৰ্হিৰে জীৱন গঠন কৰি জগত মধুময় কৰি তোলা।

বোধকৰোঁ তোমাৰ মনত আছে যে ( Fertilisation ) উৰ্ব্বৰতাৰ অৰ্থ Ovum কোষ আৰু Spermatozoaৰ ( বীৰ্য্যৰ ) মিলন। এতিয়া চোৱা Ovum উৰ্ব্বৰ হোৱাৰ পাচত Amoebaৰ দৰে ইও দুটা সৰু কোষত বিভক্ত হয় কিন্তু এই কোষ দুটি সম্পূৰ্ণ আঁতৰি যোৱাৰ সলনি দুয়োটা একেলগ হৈ থাকে। প্ৰত্যেক কোষ আকৌ দুভাগ হয়, আৰু ইহঁতৰো প্ৰত্যেকেই আকৌ দুভাগ হয়। এইদৰে হাজাৰ হাজাৰ কোষৰ উৎপত্তি হয় আৰু এইবোৰৰ সমষ্টিয়েই শৰীৰ। এইখিনিতে তুমি আৰু প্ৰশ্ন কৰিব পাৰা যে যদি শৰীৰটো অকল এইবোৰৰ দ্বাৰাই ( সৰু সৰু কোষৰে ) গঠিত হয় তেন্তে ই দেখাত এটি ডাঙৰ জেলি মাছৰ দৰেহে হব লাগিছিল। কিন্তু তেনে নহয়, কাৰণ ইয়াত হাত, নখ আদি টান বস্তু বা অঙ্গ আছে। বিবৰ্দ্ধনৰ সময়ত বেলেগ বেলেগ কাম কৰা বেলেগ বেলেগ কোষৰ দ্বাৰাই এইবোৰ তৈয়াৰ হয়। অৰ্থাৎ কিছুমান কোষ আছে যিবিলাক হাড়লৈ পৰিণত হয়—আকৌ কিছুমানে ছাল আৰু মাংস-পেশী গঢ়ি তোলেগৈ। এটি অণুবীক্ষণিক কোষ বাঢ়ি শাৰীৰিক সম্পূৰ্ণতা পায় আৰু চিন্তা আৰু যুক্তি, জ্ঞান আৰু মন সম্পূৰ্ণ কৰি তোলে। এইটো বাৰু আচৰিত নহয়নে ?



## পুৰুষৰ জননেন্দ্ৰিয়



Illustration VI

Spermatozoa উৰ্ব্বৰ নোহোৱাহেঁতেন Ovum এনে আচৰিতজনক প্ৰণালীৰ মাজেদি এনে পৰিবৰ্ত্তন আনিব নোৱাৰিলেহেঁতেন।

এইটো বোধকৰোঁ নকলেও হব যে শৰীৰৰ কোষ জীবিত বস্তু আৰু সেই কাৰণেই সিহঁতৰ আহাৰৰ আৱশ্যক। এই কোষবোৰ আহাৰ আমাৰ খাদ্যৰ পৰা সূক্ষ্ম বিন্দুত পৰিণত হৈ তেজৰ সোঁতেদি কোষবোৰ পায়গৈ—আৰু অসাৰ অংশ মূত্ৰ আৰু মলৰ দ্বাৰাই শৰীৰৰ পৰা বাহিৰ হয়। কোষৰ বৃদ্ধি আৰু সংখ্যা বৃদ্ধি কামটো সদায় হৈ থাকিব নোৱাৰে; সেই কাৰণেই কিছুদিনৰ পিচত জাতি আৰু আন আন মূলনীতিৰ ( Factor ) ওপৰত নিৰ্ভৰ কৰি কোষবোৰে কাম কৰিবলৈ অক্ষম হয়—আৰু তাৰ ললে লগে শৰীৰৰো মৃত্যু হয়। এতিয়া তুমি গম পাইছা—কিয় মই মোৰ আগৰ চিঠিত কৈছিলোঁ প্ৰাণীয়ে নিজৰ নিজৰ আহাৰ জোগায়, নিৰ্দ্দিষ্ট সময় জীয়াই থাকে, তাৰ পাছত অনন্তত লীণ হয়।

আগেয়েও কৈছো আকৌ, এতিয়াও কওঁ—প্ৰত্যেক প্ৰাণীৰ 'পুৰুষ' আৰু 'প্ৰকৃতি' আছে। এই কথা নুই কৰিবলৈ বোধ কৰো তোমাৰ কোনো কাৰণ নাই। সেই কাৰণে পুৰুষ আৰু প্ৰকৃতিৰ সংযোগ নহলে সন্তান উৎপাদন হব নোৱাৰে। এওঁলোকৰ সংযোগতেই সন্তান উপজি বৃদ্ধি পায়—আৰু নিৰ্দ্দিষ্ট সময়ত সংসাৰত বিহাৰ কৰি অনন্তত লীণ হয়। এয়ে সংসাৰৰ নিয়ম।



এনে হেন বিতোপন সংসাৰত সন্তানৰ আয়লাসত মুহূৰ্ত্তৰ আকৰ্ষণত ভোল নগৈ উপভোগ কৰিবৰ কাৰণে নিজকে সৌভাগ্যৱতী আৰু শক্তিশালী কৰি তুলিব লাগিব। জীৱন ভাটি দিলে, উন্মত্ততা আঁতৰ হলে, হা-হতোস্মিৰে দেখা দিয়াৰ পাচত যদি বিচাৰা, পাবা মাত্ৰ হা-হুমুনীয়া। নিজক উপযুক্ত কৰি তুলিব লাগিব যৌৱনৰ আগভাগত—আহৰণ কৰিব লাগিব সুশিক্ষা, সুচৰিত্ৰ, সুগৃহিনীপনা, সুবেশী, সুকেশী, সেৱা-শুশ্ৰূষা আৰু স্ত্ৰী-আচাৰ ধৰ্ম্ম। তেতিয়াহে তুমি কেৱল যৌৱন আৰু জীৱন উপভোগ কৰিব পাৰিবা।

বহুত ৰীতি-নীতিৰ কথা লিখি তোমাৰ মনৰ মাজত অশান্তিৰ সৃষ্টি কৰা নাইতো? তুমি ভাবিব পাৰা ককাই-দেউৰ এই চিঠি আৰু মোৰ প্ৰশ্নৰ যোগ ক'ত! যোগ যে ক'ত অসীমৰ লগত সসীমৰ মিলনত—নহয়নে? আজিলৈ ইমানেই।

ইতি—

তোমাৰ ককাইদেউ।

ইলা ভনীটি মোৰ,

তোমাৰ চিঠি পালোঁ। তোমাৰ শৰীৰৰ অসুস্থতাৰ কোনো কাৰণ বুজিব নোৱাৰিলোঁ। আৰু মনত খেলাইছে—ই তোমাৰ মনৰহে অসুস্থতা, শৰীৰৰ নহয়। তোমাৰ শৰীৰৰ অসুস্থতাৰ কথা শুনি সিদিনা হীৰামন ককাইদেৱে দিয়া বক্তৃতালৈ মনত পৰিল। তেওঁ কৈছিল—মনে শৰীৰৰ ওপৰত বা শৰীৰে মনৰ ওপৰত কাম নকৰে। কিন্তু মোৰ বিশ্বাস কৰিবৰ প্ৰবৃত্তি নহল যদিও ফুটাই কবলৈকো নহল। তেওঁ কয়, মনৰ কাৰণ মন আৰু শৰীৰৰ কাৰণ শৰীৰ। মই দেখাত মন আৰু শৰীৰ একেই অভিজ্ঞতাৰ দুটা পথ মাথোন। মন আৰু শৰীৰ পৃথক ভাবে থাকিও সম্মিলিত ভাবে কাম কৰি গৈছে। শৰীৰৰ পৰিবৰ্ত্তন হলেই মনৰো পৰিবৰ্ত্তন হয় আৰু মনৰ পৰিবৰ্ত্তন হলেও শৰীৰৰ পৰিবৰ্ত্তন হয়। অথচ



হীৰামন ককাইদেৱে কয়—ইহঁত দুয়ো পৰস্পৰ-বিৰোধী আৰু অসংশ্লিষ্ট। বাকু এই বিলাক মনোবিজ্ঞানৰ কথা হীৰামন ককাইদেৱেই বুজাব; মই নোৱাৰিম; ই মোৰ নিমিত্তে দুৰ্ভেদ্য। মই মাত্ৰ আভাসহে দিলোঁ।

এতিয়া সিদিনা এবাৰ পৰা আৰম্ভ কৰা যাওক, কি বোলা! জন্ম ললোঁ আইৰ গৰ্ভত পিতাৰ ঔৰসত এটি শুক্ৰ-বীৰ্য্যৰে উৰ্ব্বৰ হোৱা ovumতে আৰম্ভ কৰি—নহয়নে? জন্মতেই পুৰুষ আৰু প্ৰকৃতি হৈ সকলো সন্তানে জন্ম লয় আৰু সকলো অঙ্গই যৌৱন নোহোৱালৈকে সৰু অৱস্থাৰ পৰা বৃদ্ধি পায়। গড় হিচাবে যদি চোৱা সৰু সৰু একেবয়সৰ লৰা-ছোৱালী বা কেঁচুৱাৰ আকৃতি আৰু গঠন, ঢলিয়া কান্ধ, কোমল মাংসপেশী, মুঁখত চুলিৰ চিন নোহোৱা ইত্যাদি একেই।

১০।১২ বছৰৰ পৰা শৰীৰৰ আন আন অঙ্গ বঢ়াৰ লগে লগে জননেন্দ্ৰিয়ও পূৰ্ণতাৰ দেওনালৈ বাট লয়। ই প্ৰকৃতিৰ নিয়মেই যে জননেন্দ্ৰিয়ৰ সম্পূৰ্ণ ( mature ) আৰু কাৰ্য্যক্ষম হোৱাৰ আগতেই সকলো জীৱৰ ( organism ) প্ৰথমে শাৰীৰিক আৰু কাৰ্য্যকৰী বিকাশৰ প্ৰয়োজন।

যেতিয়া শৰীৰৰ বাঢ়ন আৰম্ভ হয় তেতিয়া গৰ্ভকোষে বেছিকৈ ( Female Hormone ) ডিম্বকোষৰ ৰস ত্যাগ কৰে, যাতে জননেন্দ্ৰিয় সোনকালে বৰ্দ্ধিত হব পাৰে। তেজত সঞ্চালিত হোৱা Hormoneৰ ফলাফলৰ চকুৰে দেখা বাহ্যিক চিনবোৰ হৈছে—শৰীৰৰ অবয়বিক বাহ্যৰেখা ( body

contour ) হাড় আৰু মাংসপেশীৰ পূৰ্ণতা হৈ যুৱতীৰ অঙ্গলৈ পৰিবৰ্ত্তিত হোৱা, স্তনদ্বয় বৃদ্ধি ( ovulation ) আৰু ঋতু-স্ৰাবৰ আৰম্ভণ, কাষলতি আৰু যোনিৰ ওপৰ ভাগত নোমৰ আবিৰ্ভাব ।—আনকথাত ছোৱালীয়ে 'কন্যাকাল' পোৱা ।

জলবায়ু আৰু পাৰিপাৰ্শ্বিকতা আদি অনুসাৰে ঋতুস্নানৰ বয়সৰো হেৰফেৰ হয় । গ্ৰীষ্মমণ্ডলত সচৰাচৰ ১২।১৩ বছৰ বয়সত ঋতু হয়—শীত-প্ৰধান দেশত তাতোকৈ বেছি দিন লাগে । উপযুক্ত আহাৰ নোপোৱা ( ill.fed ) ছোৱালীতকৈ ভাল আহাৰ পোৱা ( well-fed ) ছোৱালী সোনকালে ঋতু-মতী হয় ; গাৱঁলীয়া ছোৱালীতকৈ চহৰীয়া ছোৱালীৰ সোন-কালে হয় । ঋতুস্নান পোৱাৰ ঠিক পিচৰ কাল ডোখৰেই 'যৌৱনকাল'—যাৰ আজি তুমি বৰাই কৰিছা । যৌৱনকালত সম্পূৰ্ণৰূপে বৰ্দ্ধিত হোৱা শৰীৰ, মন আৰু জননেন্দ্ৰিয় বোৰে কাৰ্য্যকৰী পূৰ্ণতা লাভ কৰে ( functional maturity ) আৰু এই বয়সৰ পৰাই জীৱনৰ দায়িত্ব আৰু মাতৃত্বৰ গুৰুত্ব আকোঁৱালি লবলৈ উপযুক্ত হবলৈ ধৰে । ঋতুৰ মাজত যেনে বসন্ত, আৰু ফুলৰ মাজত যেনে গোলাপ—জীৱনৰ এই সময়ো ঠিক তেনেই আৰু সেই কাৰণেই যৌৱনক জীৱনৰ শ্ৰেষ্ঠতম সময় বোলে ।

এই সংসাৰত নৰনাৰী যৌৱনৰ লয়-লাসত অৰ্থাৎ যৌৱনৰ গৰ্ব্বত মত্ত । যৌৱন লাভৰ কাৰণে সকলো ব্যগ্ৰ আৰু এই যৌৱনেই যে মানৱ-জীৱনৰ সাৰ সময় তাক বোধকৰোঁ তুমি



## DIVISION OF THE FERTILISED OVUM




উৰ্ব্বৰ ডিম্বৰ বিভাগ

Illustration VII

মোতকৈ আজি ভাল দৰে উপলব্ধি কৰিছা। কিন্তু এটা কথা কওঁ দেই, তুমি বেয়া নেপাবা। এই যৌৱন গৰ্ব্বত মত্ত হৈ আমি বিচাৰ নকৰোঁ প্ৰকৃত যৌৱন কি? আমি আৰু বিচাৰ নকৰোঁ কেতিয়া জীৱনত এই সৰ্ব্ব-সুখ-পূৰ্ণ শ্ৰেষ্ঠ সময় উপনীত হয়—আৰু ইয়াকেই নুবুজাৰ কাৰণে মানুহে জীৱনত অশেষ দুখ-যন্ত্ৰণাত ব্যথিত হৈ শৰীৰক ৰোগৰ মন্দিৰ কৰি তোলে।

ঋতুকালত ঘটা শাৰীৰিক আৰু কাৰ্য্যগত পৰিবৰ্ত্তন বোৰে গোটেই শৰীৰৰ ভিতৰ বাহিৰৰ অঙ্গপ্ৰত্যঙ্গ বোৰক আলোড়িত কৰে আৰু মনবো পৰিবৰ্ত্তন ঘটায়। সুন্দৰ পুতলা সদৃশ কেঁচুৰা বাঢ়ি এজনী ছোৱালীত পৰিণত হয়। লাহে লাহে বাঢ়নৰ লগতে স্নায়ুমণ্ডলীৰ পৰিবৰ্ত্তন হয়। অসাধাৰণ ক্লান্তিৰ ভাব আহে আৰু দৈনন্দিন ঘটনাৰ প্ৰতি উদাসীন হয়। ইয়াৰ বাহিৰেও তেওঁলোকে লাজুকীয়া আৰু সন্দিগ্ধ হয়। লগৰীয়া এৰি একেবাৰে অকলশৰীয়া হবলৈ ইচ্ছা কৰে। প্ৰায়েই কোনো বন্ধু বা আনৰ কাৰণে এটি অনুৰাগপূৰ্ণ প্ৰীতিৰ ভাব সাজি লয়। বেছি ভাবুক হয় আৰু কোনো কাৰণ নোহোৱাকৈয়ে দুঃখিত হয়। সচৰাচৰ এই কান্দোনৰ স্পন্দনৰ মাজত হাঁহিৰ বিজুলীয়ে লুকা-লুকি খেলে। শৰীৰ অস্থিৰ, মনত উদ্বেগ, পিঠিত গধুৰ আৰু মুখমণ্ডলত আৰক্তিম ভাবে দেখা দিয়ে। বিশেষতঃ এই সময়তে বাধোনৰ বাহিৰ হবৰ প্ৰবল ধাউতি জন্মে। আই-বোপাই, গুৰুজন আৰু শিক্ষকৰ শাসনে কষ্ট কৰি তোলে।



এনে সময়ত অতিৰিক্ত ধৰ্ম্ম-প্ৰাণো হোৱা অসম্ভৱ নহয়। এই সময়ত দিনৰ সপোন আৰু সাধাৰণ কথা, বিশেষকৈ কিতাপ আদিত পঢ়া নাইবা চিনেমা-থিয়েটাৰত দেখা কোনো ঘটনা লৈ নিজকে নায়িকা বুলি অনুমান কৰে।

এনে বোৰ অৱস্থা স্বাভাৱিক আৰু ইয়াৰ কাৰণে ভয় খাবৰো বা কোনো কাৰণে উদ্বিগ্ন হোৱাৰো কোনো আৱশ্যক নাই। ইয়াৰ কাৰণে মাত্ৰ—মানসিক কাম, কৌতূহলপূৰ্ণ খেল-ধেমালি, ধেমেলীয়া লগৰী, মুকলি বতাহত ব্যায়াম, পুষ্টিকৰ আৰু উত্তেজনাহীন ( Non-stimulating ) আহাৰেই যথেষ্ট। এইবিলাকে কেৱল যে শাৰীৰিক আৰু মানসিক স্বাস্থ্যৰহে উন্নতি কৰে এনে নহয়—আনকি জীৱনৰ এই ধুমুহাপূৰ্ণ সময়ত শান্তিৰ পচোৱাৰে বিঘিনি নোহোৱাকৈ কটাবলৈ গাভৰুক যথেষ্ট শক্তি দিয়ে।

কিন্তু এটা কথা দেই! বেলেগ বেলেগ ছোৱালীৰ মনৰ অস্থিৰতাও বেলেগ, আৰু এই ঋতু সময়ত অভিজ্ঞ গুৰুজন বা চিকিৎসকৰ উপদেশৰে যে আৱশ্যক নহয় সেইটো মই কোৱা নাই—কিন্তু সচৰাচৰ নহয়।

এতিয়াতো গম পালা এই ঋতু-স্নানেই জীৱনৰ কি এটি পৰিবৰ্ত্তন আনি দিয়ে আৰু এই ঋতুৰ পিচৰ কালৰপৰা ছোৱালীয়ে গাভৰু নাম পায়।

এতিয়া ঋতুনো কি তাৰ বিষয়ে তোমাক ব্যাখ্যা নকৰিলেও হব। সেই বিষয়ে বহুত দিন আগতে যেতিয়া

তুমি দ্বিতীয়মান শ্ৰেণীত পঢ়িছিলা—তাহানিৰ আৰাহনৰ দিনতে তোমাক জনাইছোঁ—আজি মাত্ৰ তাকে চমুকৈ তোমাৰ মনত পেলায় দিওঁ দেই।

যৌৱনত গাভৰুৰ ঋতুৰ সময়ত একপ্ৰকাৰ ডিম্বাকাৰ পদাৰ্থ গৰ্ভস্থলিত লৈ। কিন্তু ই গৰ্ভস্থলিত কিমান দিন জীয়াই থাকে সেইটো ঠিককৈ কোনেও আজিলৈকে নিৰ্ণয় কৰিব পৰা নাই। কোনোৱে কয় ৭।৮ দিন, কোনোৱে কয় ১২।১৪ দিন, কোনোৱে ২০।২১ দিনলৈকে বুলিও কয়। কিন্তু ৭।৮ দিন যে গৰ্ভস্থলিত জীয়াই থাকে—ই ধ্ৰুৱ। এই ডিম্ব জীৱিত থকাৰ ওপৰতেই সন্তানৰ জন্ম সম্পূৰ্ণ নিৰ্ভৰ কৰে, কাৰণ ই যেতিয়া জীৱিত অৱস্থাত গৰ্ভস্থলিত থাকে—তেতিয়া, যদি পুৰুষ-শুক্ৰকীটৰ লগত সম্মিলিত হয় তেতিয়াহে সন্তান উৎপাদিত হয় আৰু গৰ্ভস্থলিৰ মুখ বন্ধ হয়। গৰ্ভস্থলিত ইয়াক প্ৰথমে এটি বিন্দুৰ নিচিনা দেখা হয়—আৰু ১০।১২ দিনৰ পিচত এটি ডিম্বৰ আকাৰত পৰিণত হয় আৰু ক্ৰমাৎ বৃদ্ধি পায়। এই বিলাক বৰ আশ্চৰ্য্যজনক প্ৰক্ৰিয়া।

এতিয়া আমাৰ কথা হৈছে ঋতু—তাৰ পৰা গৈ কোনখিনি পালোঁগৈ পাহৰিলোঁৱেই। প্ৰথম ঋতুস্নানত যোনিয়েদি তেজ আৰু শ্লেষ (mucoid) ওলায়; সেইবাবে ইয়াৰ অৰ্থ নুবুজিলে ছোৱালীয়ে ভয় পাব পাৰে। পিচৰ ঋতুত কেৱল তেজেই ওলায়। ঋতুস্নান প্ৰত্যেক চান্দ্ৰ মাহ বা ২৮ দিনত ঘটে। ইটো স্নানৰ পৰা সিটো স্নানলৈ নাৰীভেদে সময়



বেলেগ হয়। কিছুমানৰ ৩০ দিন বা তাতোকৈ বেছি হব পাৰে; কিছুমানৰ ২১।২২ দিন বা তাতোকৈ কম হব পাৰে। যদি কোনো নাৰীৰ দুটা ঋতুৰ মাজত দিন বেছিয়েই হওক বা কমেই হওক—সদায় সমান থাকে—তেতিয়া ইয়াক নিয়মাতিৰিক্ত বুলিব নোৱাৰি। কিন্তু প্ৰত্যেক মাহতে যদি বিৰাম বেছি হয় তেন্তে চিকিৎসকৰ শৰণাপন্ন হোৱা কৰ্ত্তব্য। প্ৰথমতে ঋতুস্নান হওঁতে কিছুদিন অনিয়মিত ভাবে অৰ্থাৎ দুমাহ বা তিনি মাহত এবাৰ স্নান হোৱাটো অসাধাৰণ নহয়। সময়ৰ মূৰত ই নিয়ামত হয়, গতিকে ভয় খাবলৈ একো নাই। বৰ্ত্তমান বৈজ্ঞানিক শিক্ষাত অনিয়মিত ঋতুৰ পৰা স্বাস্থ্য বেয়া হোৱাটো নুবুজায়—যদিও আগৰ কালত আৰু আজিও বহুতৰ ধাৰণা যে অনিয়মিত ঋতু বহু ৰোগ আৰু অসুস্থতাৰ কাৰণ।

এটি কথা ইয়াৰ লগত কৈ থলে বোধকৰোঁ বেয়া নহয়। ঋতুস্নানৰ প্ৰথম দিনৰ তেজ গাঢ় ৰঙা নহয়—কিন্তু ২।৩ দিনৰ তেজ খুব ৰঙা। ঋতুৰ সময়ত স্তন অলপ ভাৰি ভাৰি লাগে আৰু গোটেই শৰীৰতো এনে ভাব হয়—লগে লগে শৰীৰ অলপ তপতো হয়।

ৰক্তস্ৰাৱ (Menstural flow) চাৰিদিনলৈকে হয়—কিন্তু ইয়াৰো ভেদ আছে। তিনি দিনৰ পৰা পাঁচ দিনলৈ নিয়মিত বুলি ধৰা হয় কিন্তু ই তিনি দিনতকৈ কম আৰু পাঁচ দিনতকৈ বেছিও থাকে। ৰক্তস্ৰাৱ অনিয়মিত হলে

চিকিৎসকৰ পৰামৰ্শ লোৱা যুগুত। ঋতুস্নানৰ সময়ৰ ভেদৰ কাৰণবিলাকৰ বিষয়ে আগতেই আলোচনা কৰিছোঁ। মাত্র ইয়াকে উল্লেখ কৰিব পাৰি—দীৰ্ঘদিন-স্থায়ী ঋতুস্রাৱৰ কাৰণ অতিপাত ইন্দ্ৰিয় উত্তেজনা। Amenorrhœa বা ঋতুস্নানৰ অভাৱো সাধাৰণ অৱস্থা নহয়। ইয়াৰ কাৰণো বহুত, কিন্তু বিবাহিতা গাভৰুৰ অতি সাধাৰণ কাৰণ গৰ্ভাৱস্থা। তুমি যদি বেয়া নোপোৱা বা অশ্লীল বুলি নেভাবা এই বিষয়ে অলপ কথা শুনা। ঘটনাক্ৰমে এবাৰ সগৰ্ভা হলে কোনো মৌখিক বা আন ঔষধ প্ৰয়োগে ইয়াক বন্ধ কৰিব নোৱাৰে। তুমি নিশ্চয় খবৰ-কাগজ বা পঞ্জিকাৰ জাননীত দেখিছা যে, বহুত ঔষধ আছে যাৰ দ্বাৰা এই অবৰোধ প্ৰতিকাৰ বা দূৰ কৰি গৰ্ভস্ৰাব কৰাব পাৰি। এইবোৰ সঁচা নহয়। এই ঔষধবিলাক অকামিলা আৰু প্ৰায়েই বিপদজনক।

এতিয়া বোধকৰোঁ দেখিলা ঋতুস্নান স্বাভাৱিক নিয়ম। সেই কাৰণেই অসুখ-অশান্তি ইয়াৰ লগৰীয়া হব নোৱাৰে। কিন্তু দুখৰ বিষয় এইয়ে যে আজিকালি বেচি সংখ্যক গাভৰুৰ আৰু তেওঁলোকতকৈ বয়সীয়ালৰো এইবোৰ দেখিবলৈ পোৱা যায়। অসুখ-অশান্তি স্নানৰ আগত বা স্নানৰ সময়ত আৰু কোনো সময়ত স্নানৰ পিচতো হব পাৰে। অসুখ-অশান্তিৰ ভিতৰত প্ৰথম আৰু প্ৰধান হৈছে তলপেট, কঁকাল আৰু পিঠিৰ বিষ। কিছুমানৰ আকৌ পৰিতৃপ্তিৰ অনুভূতি বা স্তনদ্বয়ৰ বিষ এটি সাধাৰণ ঘটনা। বাধক পীড়া বা বিৰল



ৰক্তস্ৰাৱৰ কাৰণ বহুতো। মই মাত্ৰ এটি ডাঙৰ কাৰণৰ কথাহে কওঁ—সেইটো হৈছে পৰিতৃপ্তি নোহোৱা, অতিপাত বা স্থায়ী উত্তেজনা। অতিৰিক্ত ইন্দ্ৰিয় উত্তেজনাৰ পৰা নানান প্ৰকাৰ কাৰ্য্যগত বিশৃঙ্খলা ঘটে। এই বোৰৰ পৰা পিঠিত বিষ হোৱা, অস্থিৰতা, ৰমণৰ অক্ষমতা, টোপনি নোহোৱা ইত্যাদি উল্লেখ কৰিব পাৰি। মুঠকথা ঋতুস্ৰাৱ স্বাভাৱিক; ই লগত কোনো অশান্তি নানে। সাধাৰণতঃ স্নান প্ৰত্যেক ২৮ দিনৰ অন্তৰত হয়—আৰু চাৰিদিনলৈকে থাকে। ঋতুস্ৰাৱৰ সময়ত বিষ বা অন্য উপসৰ্গৰ দেখা দিলে চিকিৎসকৰ ওচৰ চপা উচিত।

আজি তোমাক এই জীৱনৰ সন্ধি-স্থল এৰাৰ লগে লগে তোমাৰ ওচৰত গোহাৰি কৰোঁ—তুমি যেন এই সময়ত, অৰ্থাৎ জীৱনত থৌকি-বাথৌকি লগোৱাৰ সময়ত পবিত্ৰ মন-প্ৰাণ লৈ আত্মাবলম্বী হবলৈ যত্নৱতী হোৱা। মুহূৰ্ত্তৰ কাৰণেও যদি মত্ততাৰ উত্তেজনাত নিজক বিলাই দিয়া তেতিয়া হলে গোটেই জীৱন অনুশোচনাত ভুগিব লাগিব। যি প্ৰেমে তোমাক অন্ধ কৰে, মনুষ্যত্বৰ লগত তাৰ যোগাযোগ কিমান দূৰ? তুমি কব পাৰা, য'ত মানুহৰ বৈচিত্ৰ্য লৈ কথা, তাত কোনো নীতিৰ প্ৰশ্ন নাই। অৱশ্যে তোমাৰ ফালৰ পৰা ই ঠিকেই, কিন্তু বাস্তৱত ই ঠিকনে? অলপ ধীৰে সুস্থিৰে ভাবি চোৱা; ময়ো অলপ জিৰণি লওঁ। ইতি—

তোমাৰ—ককাইদেউ।

মৰমৰ ভনীটি,

তোমাৰ খং উঠিল কিয় বুজিব নোৱাৰিলোঁ! কিয়? কিনো অন্যায় হল! এদিনতো বিয়া কৰাবই লাগিব! এই যৌৱনশ্ৰী মৰহি যোৱাৰ আগতেই সংসাৰত আকৰ্ষণ নোহোৱাৰ কাৰণতো মই একো বিচাৰি নোপালোঁ। অৱশ্যে আজি কিছুদিনৰ পৰা শুনিছোঁ তোমালোকৰ দৰে গাভৰুৱে অবাধে ডেকাৰ লগত ফুৰা-চকা কৰিবলৈ বৰ ভাল পোৱা—বন্ধুত্ব কৰি আত্মসুখী হোৱা; কিন্তু বিয়াৰ নাম শুনিলেই জপিয়াই উঠা। কাৰণ বিবাহত দৈহিক মিলন হয়। তোমালোকে দৈহিক মিলন নিবিচাৰা; দৈহিক মিলন তোমালোকৰ মনত ঘৃণনীয় বা পাপ বুলি বিবেচিত হৈছে। মই মনে মনে ভাবোঁ আমাৰ ডেকা-গাভৰুৰ দলৰ কি হল?



ই এই যুগৰ নিয়মেই হলনে, নে আন কিবাই পালে আমাৰ দেশখনক! 'ফ্যাসন' কৰোঁতে কৰোঁতে ই দেখোন ফ্যাসনৰ চুড়ান্ত পালেহি! জনসংখ্যা হ্ৰাস হোৱাৰ লক্ষণ হে হল দেখোন! থিয়েটৰ, বায়স্কোপ, কিতাপ-পত্ৰ, আমাৰ জীৱনৰ দৈনন্দিন ঘটনাৰ মাজত পাশ্চাত্যৰ প্ৰভাৱ দিনে দিনে বেছি হোৱাৰ লগে লগে ইও এক নতুন ধৰণৰ সমস্যা আমাৰ মাজত থিয় দিলে। আমি যিমানেই স্বাধীনতা বিচাৰিছোঁ কিন্তু অনুকৰণৰ প্ৰভাৱত আমি হাড়ে-মগজুৱে পৰাধীনতা স্বীকাৰ কৰিয়েই আছোঁ আৰু দিনে দিনে নতুন নতুন আকাৰত ই দেখা দিছে। এতিয়া আহি পাইছোঁহি আমাৰ ঘাই কথাত। 'মাতৃ হব'লৈ ঘৃণা কৰে বা পাপ বুলি ভাবি 'বিবাহ' কৰিবলৈ আগ নহয়। বাঃ, বেছ স্বাধীনতা বিচাৰিছোঁতো আমি!

তুমি platonic love (নিৰ্দ্দোষ প্ৰেমৰ) কথা কৈছা; নিৰ্দ্দোষ প্ৰেমৰ ব্যাখ্যা এটি কথাতে দিব পাৰি—দেহৰ বা শৰীৰৰ সৰ্ব্বপ্ৰকাৰ আকাঙ্ক্ষাক বাদ দি নৰ-নাৰীৰ ভাল-পোৱাৰ মিলনত যি আদৰ্শ তাকেই নিৰ্দ্দোষ প্ৰেম বা তোমাৰ ভাষাত platonic love বোলে। কিন্তু কথা হৈছে বিভিন্ন দেশৰ যৌন-বিশাৰদ সকলে এইটো কেতিয়াও সম্পূৰ্ণ মিলন নোবোলে যদি স্ত্ৰী আৰু পুৰুষৰ পৰস্পৰ দৈহিক আকৰ্ষণে হুয়োৱা মিলন নহয়। যদি দৈহিক মিলন নহয়েই তেন্তে ই বন্ধুত্বতে লয় হব, তাৰ পৰা আৰু ওপৰলৈ যাবলৈ বাট

নাই। কিন্তু এনে বন্ধুত্বৰ আকাঙ্খাৰ ঘাত-প্ৰতিঘাতত বিচলিত নোহোৱাকৈ নাৰী আৰু পুৰুষৰ ভিতৰত এনে বন্ধুত্ব সম্ভৱপৰ হবনে? অৱশ্যে মই সেইবুলি কব খোজা নাই যে যৌন সম্পৰ্কৰ সম্বন্ধ নথকাকৈয়ো নাৰী আৰু পুৰুষৰ মাজত ভাল-পোৱা আৰু বন্ধুত্ব সম্ভৱ নহয়; কিন্তু য'ত যৌন সম্পৰ্কহীনতা কেৱল বাহ্যিক আচৰণ মাত্ৰ, তাৰ পৰা অতি সহজেই বন্ধুত্বৰ পাৰ্থক্য বিচাৰ কৰিব পাৰি। এনে বন্ধুত্বকে জগতে প্ৰণয়ৰ নামাকৰণেৰেও অভিহিত কৰা নাইনে? এই যৌন প্ৰভাৱে অৱচেতন মনত থাকি প্ৰকাশৰ বাট বিচাৰে মাত্ৰ। কথা হৈছে আজিৰ এই শতিকাত, তুমি কিয়, তোমাৰ দৰে বহুতো গাভৰুৱে, এনে আধুনিক মনোবিকাৰে দেখা দিছে। সাধাৰণতে জীৱনৰ কোনো এটি নিৰ্দ্দিষ্ট বয়সত প্ৰত্যেক গাভৰুৱেই তেওঁলোকৰ অনুভূত যৌন প্ৰভাৱক অস্বীকাৰ কৰিবৰ কাৰণে 'নিৰ্দ্দোষ প্ৰেম' platonic love সৃষ্টি কৰি আত্ম-প্ৰবঞ্চনাৰ বাটত খোজ দিয়ে।

আজি আচল কথাৰ পৰা বহুত দূৰ আঁতৰি আহিলোঁ। তোমাৰ আজিৰ চিঠিৰ উত্তৰ দিওঁতেই দেখোন এপৰ হল। তোমাৰ উদ্দেশ্যটোত কেৰোণ নাই দেখিয়েই তোমাৰ প্ৰশ্নটোক তুলাপাতত মাৰ যাবলৈ এৰি দিব নোৱাৰি।

তুমি জানাই নিতৌ মাগিবলৈ নগলে এই দুখীয়াৰ টেঁকেলি কাটি। সেই কাৰণেই আজি মহাদেৱ সঙ্ঘৰ সম্পাদকদ্বয় নন্দী ভৃঙ্গীৰ পৰা ডাঃ বাৰ্ণহাৰ্ড বেভাৰৰ কিতাপ



ডোখৰ বিচাৰি আনি তাৰে এচোৰা তোমালৈ পঠালোঁ। ইয়াত মোৰ কৃতিত্ব একো ন্যই, দায়-দোষৰ ভাগীও মই নহওঁ। ডাঃ বাৰ্ণহাৰ্ডে কয়—"কিতাপৰ জ্ঞান আৰু নিজৰ অনুভূতিৰে যি-কোনো যৌন প্ৰভাৱিতা গাভৰুৱে 'প্ৰেম'—ভালপোৱা উপলব্ধি কৰিবলৈ শিকে আৰু সমাজৰ মাজতেই গাভৰুৰ ভীৰু মনৰ স্বাভাৱিক ধৰ্ম্মৰে এই অনুভূতি আৰু প্ৰবৃত্তি বৃদ্ধি হয়। এনে গাভৰুৱে যেতিয়া কোনো ডেকাৰ সম্পৰ্কলৈ আহে তেতিয়া তেওঁৰ দৃষ্টিতেই বুকুৰ স্পন্দন খৰতৰ হয়; কিন্তু গোটেই আলাপ-পৰিচয়, হাঁহি-ধেমালি আদি তৃতীয় পক্ষতহে হয়। আৰু তেওঁলোকে বয়সীয়াল নাৰীৰ দৰে নিজক সংযত কৰি ৰাখিবলৈ প্ৰয়াস পায়, অথচ প্ৰতি-পক্ষৰ সামান্য দৃষ্টিপাত বা কৰমৰ্দ্দনেই সকলো অনুভূতি শিহৰিত কৰি তুলিবৰ কাৰণে যথেষ্ট! এনে অৱস্থাকে 'প্ৰেমত' পৰা বা 'ভালপোৱা'ৰ ওচৰ চাপিছে বুলি কব পাৰি। কিন্তু সামাজিক ৰীতি বা সংস্কাৰৰ কাৰণেই উভয়েই উদাসীনতাৰ অভিনয় কৰে বা নিজৰ মনোভাৱ দমন কৰে। ৰাতিৰ নিৰ্জ্জনতাত তেওঁৰ সকলো অনুভূতিয়ে মুক্তি পায় আৰু ক্ষুধিত মনৰ সকলো লালসা—চুমা-আলিঙ্গন আদি সপোনৰ মাজত ফুটি উঠে। টোপনি ভাঙি যায়—এই সাৰ পোৱা অৱস্থাতো তেওঁ প্ৰেমপূৰ্ণ দেহ-মনৰ সপোন দেখে। কিন্তু শৰীৰৰ ক্ষুধা যিমানেই তীব্ৰতৰ নহওক, মনৰ লালসা আত্মসমৰ্পণৰ নিমিত্তে যিমানেই ব্যাকুল নহওক, বাধা-

বিপত্তিৰ যতই যুক্তি নদৰ্শাওক, সামাজিক লজ্জা বা গৰ্ভ-সঞ্চাৰৰ ভয়ত গাভৰুৱে সকলো বাসনা দমাই ৰাখে। এনে ভয় আৰু শঙ্কাৰ কাৰণেই এই নিৰ্দ্দোষ প্ৰেমৰ সৃষ্টি।

প্ৰেম-পীড়িতা এই হতভাগ্য গাভৰুৱে হতাশ ভাৱে যেতিয়া দমিত লালসাৰ বহিঃপ্ৰকাশৰ বাট বিচাৰি ফুৰে, তেতিয়াই এই platonic love-কেই নিৰ্দ্দোষিকতাৰ প্ৰমাণ বুলি অৱলম্বন কৰে। তেওঁলোকৰ আকাঙ্খাক স্নিগ্ধ বা মহিয়সী কৰি তুলিবৰ হলে সৰ্ব্বপ্ৰকাৰ লালসাৰ চিন মোহাৰি পেলাব আৰু সেই কাৰণেই platonic loveত তৃপ্তি পায়। কিন্তু হলে কি হব—এই আত্ম-প্ৰবঞ্চনাৰ অন্তৰালত যৌন প্ৰভাৱ একান্ত ভাৱেই বিদ্যমান থাকে। ভাব-প্ৰৱণতাৰ বিষয় লৈ যেতিয়া নাৰী আৰু পুৰুষৰ মাজত আলোচনা হয়, যৌন প্ৰভাৱ তাৰ মাজত থাকিবই—ই স্বাভাৱিক; বিশেষকৈ তেওঁলোকে যেতিয়া ইয়াৰ অস্তিত্ব অস্বীকাৰ কৰি উপেক্ষা কৰে আৰু সেই কাৰণেই ইয়াৰ প্ৰভাৱো বেছি হয়।

এতিয়া যদি তুমি নিৰপেক্ষভাৱে বিচাৰ কৰা (যিটো অৱশ্যে তুমি বা তোমাৰ মতাবলম্বীসকলে নোৱাৰিবাই), দেখিবা এইটো ধ্ৰুৱ যে প্ৰকৃত বিষয়ৰ পৰিবৰ্ত্তে প্লেটনিক লাভলৈ এনে কৌশলৰে ব্যৱহৃত হৈছে। অইন ফালৰ পৰা বিচাৰ কৰিলে ইয়াক স্বীয় অঙ্গ-মৈথুনৰ লগত তুলনা কৰিব পাৰি। প্লেটনিক লাভকেই বোলা বা মৈথুনকেই বোলা,



দুয়ো আমাৰ জ্ঞাত আৰু অজ্ঞাতত সংঘটিত হব পাৰে আৰু বিদ্যুৎবাহী তাঁৰৰ নিচিনাকৈ ইহঁতে নাৰীত্ব আৰু পুৰুষত্বৰ অন্তৰোপলব্ধিত বহিঃপ্ৰকাশৰ সহায়কো বুলিব পাৰি। আকৌ পৰিণত বয়সৰ স্বাভাৱিক জীৱনত এই দুয়ো পোষকতাৰ পৰা অনিচ্ছাবোধ লক্ষিত হব পাৰে। প্ৰকৃত-পক্ষে মৈথুন আৰু Platonic love, বা নিৰ্দ্দোষ প্ৰেম যঁজীয়া ভাই ককাই। সেই কাৰণে Platonicৰ প্ৰতি শ্ৰদ্ধাও অৰ্থহীন।

পৰিণতিৰ লগে লগে এইটো সুস্পষ্ট হৈ উঠে যে অন্তৰৰ আগ্ৰহক বাট দি দৈহিক মিলনৰ নিচিনা দেহৰ দাবীক অস্বীকাৰ কৰিলে স্বৰ্গীয় প্ৰেমৰ কল্পনাও অসংলগ্ন আৰু অসম্ভৱ; কিয়নো আত্মিক অনুভূতিতকৈ মানৱীয় আদিম প্ৰেৰণাও কোনো অংশত অসুন্দৰ নহয়। অন্তৰৰ আগ্ৰহক বাদ দি যৌন-সম্ভোগত কোনো পৰিতৃপ্তি নাহে। দুয়োৰো সম্বন্ধই হৈছে মিলনত পৰিণতি। বহুতৰ মতে "প্ৰেম আৰু যৌন-পৰিতৃপ্তিৰ মিলনেই ধৰ্ম্ম"।

'এই নিৰ্দ্দোষ প্ৰেম' - যিটিৰ আৰ্হি তুমি লব খুজিছা—ই পাশ্চাত্য সভ্যতাৰ বা-মা'ৰলি ধুমুহাৰ কোবত আহি আমাৰ এই খিনি পাইছেহি; কিন্তু আমাৰ হাৱা-পানীয়ে ইয়াক সুজিবনে নাই কব নোৱাৰিলোঁ—কিন্তু ই হলে আত্মবঞ্চনাৰ আচ্ছাদন স্বৰূপে প্ৰণয়ৰ সকলো সৌকুমাৰ্য্য মোহাৰি পেলাবলৈ অনুভূতি আনি দিছে। তুমি নিশ্চয় জানিবা

যৌনাভিব্যক্তি ঘৃণনীয় বা পাপ নহয়। পণ্ডিত বাৎস্যায়নৰ যুগৰ দৰে আনন্দময় মানৱ-জীৱনৰ বহুমুখী প্ৰস্ৰৱণৰ অন্যতম অঙ্গ-স্বৰূপ এই যৌন-জীৱন আকৌ আমাৰ মাজত স্বীকৃত হব।

আকৌ চোৱা, ৰেভাৰেণ্ড ড্ৰেনচনে কৈছে—"দৈহিক মিলন পাপ নহয় বৰঞ্চ ভগবানে দিয়া বসন্ত সমিৰণৰ নিচিনা মানৱ-জীৱনৰ সুন্দৰতাৰ অন্যতম আকৰ্ষণহে। সমুদ্ৰৰ শান্ত দৃশ্য বা হেমন্ত বায়ুৰ হিল্লোল যেনে মনোমুগ্ধকৰ, উপভোগ্য, তেনেভাবে দেহ-মনৰ সকলো তৃপ্তি আৰু আনন্দৰে নিজৰ আকাঙ্খিতৰ লগত এই যৌনজীৱনক একান্ত ভাবেই উপভোগ কৰা।"

আমাৰ শাস্ত্ৰতো আছে—বিচাৰিলেই পাবা ; "আত্মাৰ উন্নতি সাধিবলৈ হলে ই আমাৰ দৈনন্দিন জীৱনৰ অন্যতম প্ৰয়োজনীয় বস্তু।"

তোমাৰ এই প্লেটনিক ল'ভ বিষয়ে লিখাতেই বহু সময় গল। আৰু তোমাৰ ওচৰত এটি মিনতি বা গোহাৰি কৰিয়েই এই বিষয় সমাপ্ত কৰোঁ দেই। তোমাক মই কওঁ—তোমাৰ এই আদৰ্শ ভ্ৰান্ত—ইয়াৰ পৰা দূৰৈত থাকিবলৈ যত্নৱতী হোৱা। তোমাৰ প্লেটনিক ল'ভ এটি ভ্ৰান্ত মতবাদৰ ওপৰত প্ৰতিষ্ঠিত। মই যি সাধাৰণ ভাৱে বুজোঁ তাকে তোমাক কওঁ—শাৰীৰিক আৰু মানসিক, আৰ্থিক আৰু দৈহিক উভয় আকাঙ্খাৰ পৰিণতিতেই মানবীয় প্ৰেমৰ যথাৰ্থ সাৰ্থকতা।



আজি তোমালৈ লিখিব লগীয়া আছিল "Sex Hygiene"—অতপৰ মিছাতে সময় নিয়ালোঁ। এই বিষয় ( sex hygiene ) আমাৰ মাজত চৰ্চ্চা নোহোৱাত, ছোৱালী, গাভৰু আৰু তিৰোতা সকলৰ স্বাস্থ্য বহুত হানি হৈছে। কথাটো স্বৰূপতে নিচেই সৰু কিন্তু সিয়েই অন্তত অনেক বিঘিনি ঘটায়।

Sex Hygeneৰ মানে হৈছে যৌন ৰক্ষাৰ বিজ্ঞান, পৰিস্কাৰ-পৰিচ্ছন্নতা, ব্যক্তিগত স্বাস্থ্যৰক্ষাৰ পৰম আৰু প্ৰধান বিধি। তথাপি মই আচৰিত হওঁ যে কিমান ছোৱালীয়েনো এই কথাৰ প্ৰকৃত অৰ্থ বুজে ?—যদিও আজিকালিৰ পঢ়াশালিৰ দ্বিতীয় মান শ্ৰেণীৰ পৰাই স্বাস্থ্যৰক্ষাৰ কিতাপৰ পাত মুখস্থ কৰিব লগা হয়—প্ৰত্যেক লৰা আৰু ছোৱালীয়ে। মই এই যৌন ৰক্ষা বিজ্ঞানৰ বিষয়ে কওঁতে—অৱশ্যে তোমাক দিনে চাৰোনেৰে ফেন তুলি তুলি মুখ ধোৱা, পাওদাৰ ঘঁহা বা লিপষ্টিকেৰে ওঁঠ বোলোৱাৰ কথা কোৱা নাই দেই! যৌন পৰিচ্ছন্নতাৰ কথাহে উল্লেখ কৰিছোঁ। যি-কোনো স্ত্ৰীৰোগ চিকিৎসকে কব যে অধিক সংখ্যক ছোৱালী, আনকি বয়সীয়া তিৰোতায়ো, যৌন স্বাস্থ্যৰ প্ৰধান বিধিবোৰ নেজানে বা পালন নকৰে।

প্ৰত্যেকদিন গা-ধোৱা সময়ত যোনি যত্নেৰে পৰিষ্কাৰ কৰিব লাগে। বিশেষকৈ Clitorisৰ আৱচালৰ প্ৰতি মনোযোগ দিব লাগে। আগতে তোমাক কৈছোঁ যে

Prepuceৰ ( আৰচাল ) তলত Smegma ( ফেদা ) পৰিত্যাগ কৰিবৰ কাৰণে কিছুমান গ্ৰন্থি আছে। এইবোৰ সদায় যদি পৰিষ্কাৰ কৰা নহয় তেন্তে ই Clitorisএ যন্ত্ৰণা দিব। সেই কাৰণে মল-মূত্ৰ ত্যাগৰ পিছত প্ৰত্যেকবাৰেই অঙ্গবোৰ পানীৰে ধোৱা যুগুত। যোনিৰ মুখৰ ওপৰত মূত্ৰ-দ্বাৰ ( Urinary Orifice ) আছে আৰু মন কৰিলেই বুজিব পাৰি যে মূত্ৰ ত্যাগ কৰোঁতে টোপ টোপকৈ ইয়াৰ ওপৰত পৰে। বাহিমূত আৰু সচৰাচৰ যোনিৰ পৰা নিঃসৃত হোৱা বিজল পদাৰ্থৰ পৰা গন্ধ ওলায়। মুখ, চুলি আৰু কাপোৰত ঘঁহা সুগন্ধি দ্ৰব্যই এই গোন্ধ দমাব নোৱাৰে। পশ্চিমৰ বতাহে নোকোৱোৱা উচ্চজাতিৰ হিন্দু বা মুছলমান নাৰী সকলে মূত্ৰ ত্যাগ কৰাৰ পিছত সদায় মূত্ৰস্থান পানীৰে ধোৱে। ইউৰোপীয় সভ্যতাৰ সেৱক সকলৰ প্ৰতি ই এটি স্বাস্থ্য ৰক্ষা সম্পৰ্কীয় শিক্ষা নহয়নে?

Pubic hair (যোনি কেশ) আৰু auxilliaryৰ বা কাষলতি নোম—আবৰি থকা অংশবিলাকৰ ৰক্ষা-কবচ। আগৰটোৱে শৰীৰৰ ঘাম যোনিলৈ যাব নোৱাৰাকৈ ৰাখে। বিভিন্ন জাতিৰ জননেন্দ্ৰিয়ৰ চুলি দূৰ কৰা বা কটাত বিভিন্ন প্ৰথা আছে। স্বাস্থ্য-ৰক্ষাৰ উপায় স্বৰূপে ভাৰতীয় নাৰীৰ বেছি ভাগে পুৰণি কালত নোমগুচুৱা চূৰ্ণৰ দ্বাৰাই আৰু বৰ্ত্তমান কালত ক্ষুৰৰ দ্বাৰাই নোমবোৰ দূৰ কৰে। চুলি দূৰীকৰণ স্বাভাৱিক নে অস্বাভাৱিক এই প্ৰশ্নটো বৰ্ত্তমান কালৰ



চেলা-উৰিকো ধৰি শৰীৰৰ সকলো অংশৰ চুলি কটা বা ব'ব কটা আৰু কেকোঁৰা কৰা খিয়ালৰ লগত উল্লিখিত হব নোৱাৰে। এই খিয়াল একমাত্ৰ 'ফ্যাসন'ৰ পৰাহে হৈছে। স্বাস্থ্য-ৰক্ষাৰ কাৰণত জননেন্দ্ৰিয়ৰ নোম দূৰ কৰা উচিতনে অনুচিত এই বিষয়ৰ লগতহে মোৰ সম্বন্ধ। মোৰ অভিজ্ঞতাৰ পৰা এইটোৱেই বিশ্বাস—নোম চুটিকৈ কটাটো উপদেশজনক।

পৰিচ্ছন্নতাৰ প্ৰশ্নৰ সম্বন্ধত শৰীৰত পানী চলোৱা যন্ত্ৰৰ ( Douche ) বিষয় একেষাৰ কব পাৰি। মই ভাবোঁ গাভৰু বয়সপ্ৰাপ্তৰ পক্ষে ডুচ অনাৱশ্যক - আনকি বিপদজনকহে। আৱশ্যক অনুসাৰে শৰীৰৰ অংশবোৰ লেপেটা কাঢ়ি বহা অৱস্থাত ওপৰৰ পৰা পানী ঢালি ধুব পাৰি।

ঋতুস্নানৰ সময়ত যৌনবিষয়ক স্বাস্থ্য-বিজ্ঞান এটি আৱশ্যকীয় বিষয়। জাতি নিৰ্দ্দেশে ইয়াৰ ৰীতি-নীতিও বেলেগ বেলেগ হয়—নৈষ্ঠিক বা গোড়া হিন্দু নাৰীয়ো বোৱা কাপোৰৰ টাৱেল ( diaper ) বা কোমল ডাঠ কাপোৰৰ পেড ( Pad ) নলয়। তেওঁলোকে শাৰী বা ৰিহাৰ আচলৰে স্ৰাৱ মোছে—আৰু আৱশ্যক মতে কাপোৰ পৰিবৰ্ত্তন কৰে। প্ৰথম তিনিদিন তেওঁলোকে গাত পানী নলগায় বা গা নোধোৱে। চতুৰ্থ দিনাহে গা ধোৱে আৰু পৰিষ্কাৰ হয়। আনহাতে পাশ্চাত্য দেশত স্বাস্থ্যপ্ৰদ টাৱল, ডাঠ-কাপোৰ আদি সময় অনুযায়ী ব্যৱহাৰ কৰে। এইটোৱেই বেছি পৰিষ্কাৰজনক আৰু স্বাস্থ্যপ্ৰদ।

আগেয়ে উল্লেখ কৰামতে ঋতুস্ৰাৱ হোৱাৰ আগতে নোমবোৰ চুটিকৈ কাটিব পাৰে। ঋতুস্ৰাৱৰ সময়ত পানীৰে যোনি পৰিষ্কাৰ কৰিব লাগে আৰু ডাঠ-কাপোৰ ( Sanitary Pad ) ব্যৱহাৰ কৰাৰ লগে লগে, বৰিক এছিড আৰু সচাৰ্চ পাউদাৰ ব্যৱহাৰ কৰা যুগুত। গৰম পানীৰে গা ধুলে ঠাণ্ডা লাগে ; সেই কাৰণে অতি কম স্ৰাৱ হোৱা সকলে গৰম-পানী ব্যৱহাৰ কৰাই উচিত—আৰু যিবিলাকৰ যথেষ্ট স্ৰাৱ হয় আৰু ঠাণ্ডা লাগিবৰ সম্ভৱ তেওঁলোকে গৰম পানীত গামোছা তিয়াই গা মোছাই শ্ৰেয়।

আমাৰ কোনো কোনোৱে সদায় চুলি ধোৱে কিন্তু কোনোৱে সপ্তাহত এবাৰ আৰু কোনোৱে তাতোকৈয়ো কমহে ধোৱে। সুবিধা হলে সদায় চুলি ধোৱা বেয়া নহয়। চুলি সতেজ কৰাৰ বাহিৰেও দৈহিক স্নানে দুৰ্গন্ধ, ঘাম, মূৰত তেল বা প্ৰলেপৰ পৰা হোৱা অস্বাস্থ্যকৰ গোন্ধৰ পৰা ৰক্ষা কৰে। চুলি ধুই উঠি—চুলি শুকুৱাইহে বান্ধিব লাগে—তিতা চুলি বান্ধি থলে গেলেপা লাগি অনিষ্টহে কৰিব।

প্ৰশ্ৰাৱৰ ভাব হলেই মূত্ৰাশয় খালি কৰিব লাগে। দিনত ৩।৪ বাৰ আৰু ৰাতি এবাৰ হোৱাটো স্বাভাৱিক। বহুত পৰ মূত্ৰ বন্ধ কৰি ৰখাটো বৰ বেয়া অভ্যাস আৰু ইয়াৰ পৰা মূত্ৰাশয়ৰ বিকাৰ আদিও হব পাৰে।

ভাল স্বাস্থ্যৰ কাৰণে নিয়মিত কোষ্ঠ-ত্যাগ কৰা আৱশ্যক। কিন্তু দুৰ্ভাগ্যবশতঃ আজি-কালি বহুত ছোৱালী, গাভৰু,



তিৰোতা, যুৱক আৰু আদহীয়া আদিৰ মাজত কোষ্ঠবদ্ধতা সাধাৰণ বেমাৰ হৈ পৰিছে। স্বাস্থ্যকৰ কছৰত বা ব্যায়াম আৰু উপযুক্ত খাদ্যই কোষ্ঠৰ গতি নিয়মিত কৰে। জুলাপৰ দৈনিক ব্যৱহাৰ অনাৱশ্যক ; আনকি বিপদজনক। চিকিৎসকৰ উপদেশ ব্যতিৰেকে Enema লব নেলাগে। এফালে যেনেকৈ পাশ্চাত্য ধৰণৰ পায়খানা ( Lavatory ) বেচি সুবিধাজনক, আনফালে তেনেকৈ ভাৰতীয় ধৰণটো বেছি বৈজ্ঞানিক প্ৰণালীৰ—কাৰণ ভাৰতীয় প্ৰণালীত বহি শৌচাচাৰ কৰাৰ পৰা তলপেটৰ সাধাৰণ পেশীৰ কোষ্ঠ আবৰ্ত্তৰ নিৰ্গমনত অন্ত্ৰক ( intestine ) সহায় কৰে। কোষ্ঠবদ্ধতাৰ আনবোৰ বেয়া ফলাফলৰ ভিতৰত জৰায়ুৰ স্থান-বিচ্যুতি, ৰক্তস্ৰাৱৰ বিশৃঙ্খলতা আৰু জননেন্দ্ৰিয়ৰ বিষয় উল্লেখ কৰিব পাৰি।

"অৰ্শ" নামৰ ৰোগটি মাজে সময়ে গাভৰু ছোৱালীৰ মাজতো দেখা যায়। শৌচাদি কৰোঁতে ( Passing motions ) পোৰণি বা বিষ-কোপ নাইবা তেজ ওলোৱাৰ পৰা ইয়াক গম পায়। যদিও ই যৌন বিষয়ৰ ৰোগ নহয় তথাপি এই ৰোগৰ পৰা স্নায়বিক প্ৰতিক্ৰিয়া ( Referred irritation ) হয়। এই অৱস্থাত সহায় আৱশ্যক হয়। বহুতো বকলা মেলিলোঁ। তোমাৰ ধৈৰ্য্যচ্যুতি হোৱা নাইতো ? এই আংকৰা-বাংকৰা কথা চোবোৱাত—তোমাৰ খঙে চুলিৰ আগ চোৱাগৈ নাইতো ?

মুখত ঘঁহা গুৰি, লোহাৰ গুৰি ( rouge ) আৰু ওঁঠত

ঘঁহা ৰঙৰ বিষয় এবাৰ কব লগাত পৰিল। সিদিনা দেখি অহা Beauty-show চাবলৈ যোৱা তোমাৰ সমবয়সী কেগৰাকীমানক দেখিলোঁ দেই—ক্ষমা কৰিবা। তুমি বিশ্বাস কৰা বা নকৰা আমাৰ মাজৰ বহুতেই অনুভৱো কৰিব যে এজনী গাভৰু ( growing ) ছোৱালীৰ Rouge বা Lipstickৰ কোনো আৱশ্যক নাই। উজ্জ্বল স্বাস্থ্য আৰু পৰিষ্কাৰ শৰীৰ গাভৰুৰ প্ৰধান আকৰ্ষণ হোৱা উচিত। কাৰণটো তুমি নিশ্চয় বুজিছাই, স্বাস্থ্যৰ সৌন্দৰ্য্যকহে বেছি অলঙ্কৃত দেখা যায় ( ভুষণ অঙ্গত নাই অতি বিভূষিতা ) নহয় জানো বাৰু? যদি Powder, rouge, lipstick ব্যৱহাৰ কৰা হয় তেন্তে মুখ আৰু ওঁঠ অন্ততঃ ৰাতি শোৱাৰ আগত ভালকৈ চাবোন পানীৰে ধুব লাগে; কাৰণ ছালৰ ৰিন্ধ্ৰাবোৰ কৃত্ৰিম ৰং আদিৰে ১৪ ঘণ্টা বন্ধ কৰি ৰখা প্ৰকৃততে বিপদ্‌জনক। এজন বিশাৰদে এঠাইত লিখিছে যে যৌৱনপ্ৰাপ্ত স্বাস্থ্যবান মানুহৰ ৰং বা পাউদাৰৰ কোনো আৱশ্যক নাই; সেইবোৰ ব্যৱহাৰ কৰি জীৱন ভাতি দিয়া মানুহে, বা দুৰ্ব্বল, অস্বাস্থ্যবান মানুহে যৌৱন-সুলভ শ্ৰী আনিব নোৱাৰে। এইটোও ঠিক শেতা বৰণৰ গাভৰু আৰু ছোৱালীয়ে সামান্য rouge আৰু পাউদাৰ ঘঁহাত কোনো দোষ নাই—যেতিয়ালৈকে তেওঁলোকে জীৱনৰ প্ৰাকৃতিক বৰণ নকল কৰিব খোজে। সম্পূৰ্ণ ৰঙা নাক বা চকুৰ কেউকাষৰ চক্ৰক সৌন্দৰ্য্য বুলিব পাৰিবনে? মুঠৰ ওপৰত, ৰঙৰ ব্যবহাৰত প্ৰকৃতিয়ে কাম



কৰিছেনে কলাই ( art ) কৰিছে কোৱা অসম্ভৱ। ইয়াৰ বাহিৰেও কোনো কোনোৱে তেওঁলোকৰ গাল, ওঁঠ, আনকি চকুৰ চেলাউৰি আৰু নাকতো ৰং সানে আৰু তেনে কৰি মনে মনে ভাবে, তেওঁলোকৰ মুখ গোলাপৰ থোপাৰ দৰে হৈছে।

ওপৰত উল্লেখ কৰা কথাখিনি মই এখন কিতাপৰ পৰাহে তুলি দিছো। তোমাৰ গালি-শপনি মোৰ গাত নেলাগিব; সেই লিখকৰ গাতহে পৰিব দেই।

নখৰ চাকচিকাৰ বিষয়ে মই এখন পুথিত পঢ়া মনত আছে। তাৰ বিষয়ে কোৱাৰ আগতে মোৰ নিজা মত হৈছে পৰিষ্কাৰ নিতোল নিখুঁত হাত-ভৰিতকৈ একোৱেই ধুনীয়া হব নোৱাৰে। সৃষ্টিকৰ্ত্তাই মানৱজাতিক দিয়া বিশেষকৈ স্বাভাৱিক হাত-ভৰিৰ ৰঙতকৈ আন কোনো বেছি ধুনীয়া বস্তু অনুমান কৰাটো টান। ঈশ্বৰে এনে সুন্দৰ আকৃতি আৰু এনে সুন্দৰ ধৰণেৰে সজা এই দেহা অতি যত্নৰে ৰক্ষা কৰিব লাগে। ইয়াক সদায় পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি ৰখা উচিত।

এতিয়া ৰলগৈ কেশ বিন্যাসত—নহয় জানো? এই কেশ বিন্যাসৰ বিষয় Z. Norahৰ উপদেশকে তুলি দিলোঁ। —বেয়া নেপাবা। “মূৰ সজ্জিত কৰাৰ উপায়ৰ বিষয়ে একেবাৰে বুদ্ধি নথকা তিৰোতায়ো নিজৰ চুলি বৰ কম বুলি ভাবে। কম চুলি মূৰত থকাটো বৰ লাজৰ কথা বুলি প্ৰত্যেক নাৰীয়েই অনুভৱ কৰে। যেতিয়া চুলি দীঘল আৰু পাতল হয় তেতিয়া তাক ঘোঁৱাৰ নেজৰ দৰে বুলি ভাবি

অনুতাপ কৰে। দৰাচলতে ডাঠ-দীঘল চুলিহে বেচ ধুনীয়া হয়; পাতল-দীঘল চুলিক তুফালে তুটি শোকাতুৰ বহি ওলমি থকাৰ দৰেহে দেখি। যি নাৰীৰ চুলি দীঘল নহয় তেওঁ কেকোঁৰা কৰা উচিত। মুখৰ কাৰণে ভাল সাজ হৈছে স্মিচঁৰতি হৈ থকা প্ৰত্যেকদাল কেকোঁৰা চুলিয়েই তোমাৰ অন্তৰ আকৰ্ষণ কৰিব পৰা হব লাগে।"

সেই পুথিত আৰু এটা কথা পাইছোঁ—নাৰীৰ মুখ আৰু হাতৰ কাৰণে জন্তুৰ চৰ্ব্বি ব্যৱহাৰ কৰাতকৈ নাৰীৰ কাৰণে বেছি অশোভনীয় একো হব নোৱাৰে। ৰান্ধনীৰ দৰে পোৰা চৰ্ব্বি গাত ঘঁহি ঘূৰি ফুৰাক মই শোভাবৰ্দ্ধন কৰিছে বুলিব নোৱাৰোঁ। আনকি গোলাপ-জলৰ হাজাৰ অঙ্গৰাগ তৈয়াৰ কৰিলেও ইয়াত চৰ্ব্বি থাকিবই—গতিকে ই অপবিত্ৰ। বেছি পৰিমাণে চৰ্ব্বিৰ প্ৰভাৱ থকা বস্তু ব্যৱহাৰ কৰিলে সততে চকুত পৰে। অতীতকালৰ বুঢ়ী তিৰোতাৰ কাৰণে চৰ্ব্বি, বৃক্ষ নিৰ্য্যাস ( wax ) আৰু তেল ভাল আছিল কাৰণ তেওঁলোকে এই পদাৰ্থবোৰ উপাদেয় বুলি ভাবিছিল; কিন্তু আজি-কালিৰ নাৰী চিত্তাকৰ্ষক। গতিকে মানুহে আৰু বিজ্ঞাপন 'অমুক তেলে চুলি ঘন কৰিব' বোলাত ভোল যোৱা উচিত নহব। কোনো তেলেই কেতিয়াও চুলিৰ প্ৰকৃত সংখ্যা বৃদ্ধি কৰা নাই, যদিও চুলি দীঘল হোৱাত আৰু উন্নত কৰাত সহায় কৰে।"

তোমাৰ চাগৈ মনোভাব এনে হৈছে যে আধুনিক সকলো



বস্তুকে মই নিন্দা কৰিছোঁ। যদিও মই প্ৰাচ্য আৰু পাশ্চাত্যৰ অস্বাস্থ্যকৰ অভ্যাসব বা কামৰ বিপক্ষে, তথাপিও মই সৌন্দৰ্য্য চৰ্চ্চাৰ আধুনিক পদ্ধতিৰ মূল-নীতিৰ বিপক্ষে নহওঁ। নিজকে সুন্দৰ কৰি তোলা আৰু শৰীৰৰ প্ৰতি মনোযোগ দিয়া কথাটো তোমালোকে বোধকৰোঁ আবুৰ-বিহীন বুলি উৰুৱাই দিবা। তুমি যদি Marriage Hygiene বোলা আলোচনীখন লুটিয়াই-পুতিয়াই চোৱা, তেন্তে দেখিবা আজি ৫।৬ বছৰ মানৰ আগৰ এটি সংখ্যাত এজন বিশিষ্ট চিকিৎসকে লিখিছে—"উচ্চ-শিক্ষা পোৱা ছোৱালী আৰু গাভৰুৰ মাজত, গঠনত ধুনীয়া, শক্তি আৰু তেজ থকা বুলিবলৈ কেতিয়াবাহে এজনী চকুত পৰে। ডাঙৰ চহৰৰ বাটে বাটে ফুৰা, অস্থিচৰ্ম্মসাৰ চশমা পিন্ধা ক্ষীণ চকুৰে এইবোৰ জীৱিত মৃত-প্ৰায় ( mummies ) ছোৱালী দেখি মানুহ কিয় আচৰিত নহব! নিজৰ শৰীৰ আৰু সৌন্দৰ্য্যৰ প্ৰতি যত্ন লোৱা পাপনে? স্বাস্থ্যৱতী হোৱা অসম্মানজনকনে? স্বাস্থ্যৱতী হলেই সুন্দৰী হোৱা বুজায়। সৌন্দৰ্য্য-চৰ্চ্চা পাহৰি যোৱাৰ অৰ্থ স্বাস্থ্যৱতী হোৱাটো পাহৰি যোৱা। অস্বাস্থ্যৱতী নাৰী প্ৰকৃতিৰ জনন-ক্ৰিয়া উদ্দেশ্যৰ কাৰণে অকামিলা।"

মোৰ বিশ্বাস লিখকে ইয়াত rouge আৰু lipstickৰ পক্ষ সমৰ্থন কৰা নাই। মাত্ৰ স্বাস্থ্যৰ প্ৰতি অমনোযোগীতা, উদাসীনতা আৰু মুকলি বতাহ ব্যায়ামৰ প্ৰতি স্বেচ্ছাচাৰী উপেক্ষাতহে আক্ষেপ কৰিছে। এইখিনিতে আৰু এবাৰ

কথা কলে বোধকৰোঁ বঢ়াই কোৱা নহব—ছাত্ৰী, শিক্ষয়িত্ৰী, দোকানী ছোৱালী, কেৰাণী ছোৱালীৰ চেহেৰা সচৰাচৰ এই নিয়মবোৰৰ অজ্ঞতাৰ কাৰণেহে হয়।

আজি বহু কথা লিখি তোমাক আমনি কৰিলোঁ আৰু তোমাৰ মনত অশান্তি বা অতৃপ্তিৰ ধুমুহা আনি দিলোঁ। তথাপি এই বিষয় শেষ কৰাৰ আগতে কাপোৰ-কানি, বেশ-সজ্জাৰ বিষয়ে একেষাৰ কবই লাগিব। ছোৱালীয়ে ঋতুকালৰ দুৱাৰ-দলিত থিয় দিয়াৰ অলপ আগৰ পৰা স্তনদ্বয় বৃদ্ধি পায় আৰু এই বৃদ্ধি অলপ খৰকৈ হয়—আৰু সেই কাৰণেই ছোৱালীটি অতিমাত্ৰাত আত্মজ্ঞান-বিশিষ্ট হয়। ইয়াৰ ফল এয়ে হয় যে এই বৃদ্ধিপ্ৰাপ্ত স্তনদ্বয়ৰ আবয়বিক বাহ্যৰেখা লুকুৱাবৰ কাৰণে বৰ আঁতি-আঁতি কাপোৰ পিন্ধে আৰু মনতে ভাবি লয় এই উপায়েৰে আনৰ দৃষ্টি তাত অস্পষ্টকৈ ৰাখিব। কিন্তু বৃদ্ধিপ্ৰাপ্ত স্তন চেপা দি ৰখা মূৰ্খামি। আঁতি কাপোৰ পিন্ধি বুকু আৰু তলপেট চেপামাৰি ৰখাৰ দুটি অপকাৰ আছে। ই হাঁও-ফাঁওৰ গতি-শক্তি বন্ধ কৰে আৰু তলপেট আৰু বস্তি-দেশৰ ( Pelvis ) অন্তৰ্নিহিত যন্ত্ৰ-পাতিৰ ওপৰত হেঁচা দিয়ে। আগতেই মই তোমাক কৈছোঁ যে নাৰীৰ যৌনবিষয়ক অঙ্গৰ বেছি ভাগ এই বস্তিৰ ভিতৰতে অৱস্থান কৰিছে। সেই কাৰণেই তলপেটত হেঁচা পৰিলে জৰায়ু বা গৰ্ভাশয়ৰ স্থানচ্যুতিৰ আশঙ্কা। আঁতি কাপোৰ পিন্ধাৰ কথাটো এয়ে। সেইদৰে জাঙ্গিয়া ( Corset ) পিন্ধি



বুকু চেপা দি শিৰ স্থানচ্যুত কৰাত কিমান দোষ হব পাৰে এবাৰ ভাবি চাবা। মই বুজিব নোৱাৰোঁ কিহৰ কাৰণে এই উপাসকবোৰে ফ্যাসনৰ মন্দিৰত তেওঁলোকৰ সুখ আৰু স্বাস্থ্য উছৰ্গা কৰে। সুন্দৰ অবয়বৰ কাৰণে নহয়নে? কিন্তু ই এটি দুৰাশা; কাৰণ আঁতখোৱা জাঙ্গিয়া বা কাপোৰে শাৰীৰিক বিকলাঙ্গ অলপ দিনৰ কাৰণে লুকুৱাই ৰাখিব পাৰে কিন্তু এই অঙ্গবিলাকৰ পুনৰ জনম দিব নোৱাৰে। সৌভাগ্যবশতঃ আমাৰ দেশৰ ছাত্ৰীবিলাকৰ মাজত এই জাঙ্গিয়াৰ বেচি প্ৰচলন এতিয়ালৈকে হোৱা নাই যদিও ওখ গেৰোৱাৰ জুতাকে আদি কৰি আৰু বহুতো বৰ্ত্তমান সভ্যতাৰ উপসৰ্গ আহি পৰিছেহি। গাভৰু ছোৱালীয়ে কিয় ওখ গেৰোৱাৰ জুতা পিন্ধি আড়ম্বৰপূৰ্ণ হৈছে তাৰ মই কোনো কাৰণ দেখা নাই।

শৰীৰৰ অবয়বৰ বিষয় বহুত গালোঁ—খং উঠিছে নহয়নে? বাৰু এতিয়া খাদ্যৰ বিষয়ে এলাইন লিখি আজিলৈ আৰু মেলানি মাগোঁ। খাদ্য পুষ্টিকৰ আৰু উত্তেজনাৰহিত হব লাগে। উঠি অহা ছোৱালীৰ কাৰণে যথেষ্ট ৰসাল শাক-পাচলি, ফল-মূল, গাখীৰ, মাখন, ঘিঁউ, মৌ, মাছ, গম, মাহ, কণী আৰু অলপ পৰিমাণে মঙহ আদৰ্শ খাদ্য। নিৰামিষ ভোজনকাৰী সকলে মঙহৰ ঠাইত গাখীৰ মাখন আদি অলপ বেচি পৰিমাণে খাব লাগে। সুৰা, ধঁপাত বা অতিপাত চাহ আৰু কফিয়ে বাঢ়নত ক্ষতি জন্মায় আৰু যৌন-উত্তেজনা বৃদ্ধি কৰে। উপযুক্ত আৰু নিয়মিত সময়ত আহাৰ কৰাই শ্ৰেয়।

উঠি অহা ছোৱালীৰ কাৰণে দিনে ৮ ঘণ্টাতকৈ বেছি নিদ্রা নিষ্প্রয়োজন। অতিপাত নিদ্রা নীতি-বিরুদ্ধ। নিদ্রাৰ বিষয়ে এখন চিকিৎসা-সম্বন্ধীয় কিতাপত পঢ়িছিলোঁ—তাৰ সাৰাংশ হৈছে "মতা মানুহৰ কাৰণে ৬ ঘণ্টা, তিৰোতাৰ কাৰণে ৭ ঘণ্টা ৰাতি শোৱাৰ সময়।" পুৱা ঢাৰী-পাতি এৰাৰ সময় নিয়মিত হোৱা উচিত। শয্যাত পৰি পুৰণা স্মৃতি মনত পেলোৱা, ভবিষ্যত চিন্তা কৰা, কল্পিত ভাবনা ৰচনা কৰি সপোন দেখিবলৈ নহয়। এইবোৰ এৰাৰ সজ উপায় হৈছে সাৰ-পোৱাৰ লগে লগে ঢাৰী-পাতি পৰিত্যাগ কৰা। নির্ম্মল বতাহ অহাকৈ খোটালিত খিৰিকি খুলি শুব লাগে। টান তুলি আৰু পাতল গা-ঢকা কাপোৰৰে উপযুক্ত বিছনা ৰচনা হয়। পৰাপক্ষত একে বিছনাতে আনৰ লগত শোৱা অভ্যাস এৰিব লাগে।

আজি-কালি স্কুল কলেজত খেলা-ধূলাৰ সুন্দৰ ব্যৱস্থা হৈছে; কিন্তু বেছিৰ ভাগ ছোৱালীয়েই সম্ভৱ হলে সেই বোৰৰ পৰা ছল কৰি অব্যাহতি পাবলৈ চেষ্টা কৰে। বোধকৰোঁ কোনো ছোৱালীয়েই এইটো কথা উপলব্ধি নকৰে যে ৰং-ধেমালি, আমোদ-আহ্লাদ উৎকৃষ্ট বলবৰ্দ্ধক আৰু উত্তেজক। যি ৰং-ধেমালিত তুমি সুখ পোৱা আৰু তোমাৰ মন প্ৰফুল্লিত হয় তেনে ৰং-ধেমালি কৰিবলৈ কেতিয়াও পিচ নুহুঁহকিবা। এইটো সদায় মনত ৰাখিবা যে তোমাৰ শৰীৰৰ ভাগৰি পৰা অঙ্গবোৰলৈ নতুন তেজ আনে—এই



আমোদ-আহ্লাদে। শৰীৰ আৰু মনৰ এনে গাঢ় সমস্যা যে বিবেকে দোষাৰোপ কৰে বা পিচলৈ অনুশোচনা আহে। তোমাৰ আমোদ-আহ্লাদে তোমাক উন্নত আৰু প্ৰফুল্লিত কৰিব লাগিব, তোমাক দুঃখিত বা অৱসন্ন কৰিব নেলাগিব।

মস্তিষ্ক-চালকসকলে (যি-সকলে লিখা-পঢ়া আদি মগজৰ কাম কৰে) মাংসপেশীক চালিত কৰা আমোদ আৰু বিশ্ৰাম বাচি লব লাগিব। যেনেকৈয়ে নহওক জনবহুল খোটালি এৰিব লাগে। চিনেমা আৰু থিয়েটাৰ বা ভাওনাত নিজা শিক্ষা সম্বন্ধীয় আৰু বিশ্ৰামজনিত মূল্য আছে। বালিভোজ, নৃত্য আদি বৰ স্বাস্থ্যকৰ আৰু আমোদদায়ক। গছ-লতাৰ দৰে গাভৰু-ছোৱালীৰ যথেষ্ট সূৰ্য্য-কিৰণ আৰু বিশুদ্ধ মুকলি বতাহৰ আৱশ্যক।

যিমানে পাৰা মুনিহ-তিৰোতা দুয়ো সমাজত মিলা-মিচা কৈ ফুৰা-চকা কৰি নিৰ্জ্জনতাক আঁতৰাব লাগে। নিৰ্জ্জনতাই দিনৰ সপোনৰ আদৰ্শ স্থান তৈয়াৰ কৰে আৰু এই দিনৰ সপোনে অটল ভাবে আত্ম-প্ৰণয়াত্মক (auto-erotic) অভ্যাসলৈ টানি নিয়ে; ই একেবাৰে সঁচা কথা—যে যুৱক-যুৱতীৰ বন্ধু-সমাজত ফুৰি সুখ পোৱা ছোৱালীবোৰে কাৎচিৎহে স্বশৰীৰ মৈথুনত (masturbation) আসক্ত হয়। ইয়াৰ ওলোটাও সমানে সত্য।

তোমাৰ কথাৰ শ্লেষে মোক যদিও বিন্ধিছে আঘাত কৰিব পৰা নাই দেই। মই কেতিয়াও কোৱা নাই যে মোৰ চিঠি-

বোৰ পঢ়ি তোমাৰ কান সমনীয়া ছোৱালীয়ে নিৰ্ব্বিঘ্নে ঋতুকাল বা যৌৱনকাল পাৰ হব আৰু সকলো যৌন সমস্যা আৰু বিপদৰ পৰা ৰক্ষা পাব। মাত্ৰ জীৱনৰ ঘটনাৱলীৰ অজ্ঞতাৰ পৰা হোৱা যৌন অভ্যাসবোৰ আৰু কাৰ্য্যবোৰত মন নেমাৰি তোমাৰ ঋতুকাল বা যৌৱনকালক, বৈ যোৱা শক্তিশালী উত্তেজনাৰ সোঁতত উটি অহা থৌকি-বাথৌকি লগোৱা ঢৌৰ আঘাত অতিক্ৰম কৰিবৰ বাটহে মাথোন দৰ্শাইছোঁ। এই উত্তেজনা আৰু প্ৰলোভনবোৰ দমাব পাৰিলেহে তুমি আদৰ্শ প্ৰকৃত নাগৰিক আৰু স্বাস্থ্যৱতী মাতৃ হবলৈ আশা কৰিব পাৰিবা। তুমি আত্মশিক্ষা আৰু আত্মৰক্ষা কৰিব পাৰিবা যেতিয়া উত্তেজনা আৰু প্ৰলোভনকো দমাব পাৰিবা।

সৰুতে আৰ্জ্জি লোৱা ৰোগ আৰু বেয়া অভ্যাসে তোমাক যে অকল অস্বাস্থ্যকৰ কৰিব আৰু ডাঙৰ হলে নৈতিক বিধিৰ লগত যুদ্ধ কৰিব লগীয়াত পেলাব এনে নহয়—আনকি তোমাৰ বিবাহ আৰু মাতৃত্বকো অনুপযুক্ত কৰিব। তুমি তোমাৰ শৰীৰ আৰু মন যেনেকৈ গঢ়ি তুলিবা—তোমাৰ ভবিষ্যতেও তেনেকৈ গঢ় লব।

বহুত দীঘল চিঠি লিখিলোঁ—Platonic loveতে আৰম্ভ কৰি—নৈতিক বিধিত শেষ কৰিলোঁ। প্ৰতিকাৰতকৈ নিবাৰণ সহজ—বুলিয়েই চিঠি দীঘল হল।

আহোঁ দেই, ইতি— তোমাৰ

ককাইদেউ



**মৰমৰ ইলা ভনীটি,**

সিদিনা মোঁৰ চিঠি পাই তোমাৰ চাগে মোৰ চিঠিলৈ বিতৃষ্ণা জন্মিছে। সেই কাৰণে আজি ৭ দিনেও তোমাৰ পৰা এটি আখৰো নেপালোঁ। কি কৰিম মোৰে ভাগ্য! তুমিয়েই মোক জোকাই ললা—আৰু তোমাৰেই খং। বেছ মজাৰ কথা বাৰু! আজিৰ চিঠিত যাতে তোমাৰ খং নুঠে বা বেজাৰ নোপোৱা তালৈ চকু দিম কিন্তু কলমৰ আগত যি আহে—তাৰ বাবে দোষী কলমহে, মই নহওঁ দেই।

যৌৱনেই যে জীৱনৰ সুখ আৰু ভোগৰ সময় তাক আৰু জুনাই নকলেও হব। তাক ৰক্ষা কৰিবলৈ আৰু বেছি দিন স্থায়ী কৰিবলৈ প্ৰত্যেক নৰ-নাৰীয়েই একাগ্ৰতা সমান। কিন্তু দেখাত কি দেখিবলৈ পাইছোঁ? একাগ্ৰতা থাকিব

পাৰে—কিন্তু কামত কি দেখিছোঁ? এবাৰ চকু মেলি চালেই বুজিব পাৰি। আমাৰ মানুহে যৌবন কেতিয়া আহে আৰু কেতিয়া অন্তৰ্দ্ধান হয় গমকে নেপায়। মই আগতেই তোমাক কৈ আহিছোঁ যে আমাৰ দেশত পূৰ্ণ যৌৱন-সম্পন্ন গাভৰু ক্বাচিৎহে চকুত পৰে। এই বিলাক দেখি-শুনিয়েই আমি ভবা উচিত নহব যে যৌৱন ক্ষণস্থায়ী। যদি পৃথিৱীৰ সকলো দেশতে এনে হল হেঁতেন তেতিয়া হলে স্বীকাৰ কৰিবই লাগিল হেঁতেন—যৌৱন ক্ষণস্থায়ী আৰু ই ক্ষণস্থায়ী হোৱাই স্বাভাৱিক। কিন্তু সেইটোতো নহব! দুকুৰি বছৰ বয়সৰ ইংৰাজ বা পঞ্জাবী নাৰী—আমি কিয় যৌৱন-লাৱণ্যত দীপ্তিময়ী দেখোঁ? তেওঁৰ ৰূপত যৌৱনৰ তেজ, হৃদয়ত উৎসাহ, কল্পনাত মত্ততা আদি একোৰেই হ্রাস হোৱা নাই। দুকুৰি বছৰ বয়সতো পূৰ্ণ-গাভৰু। কিন্তু আমাৰ দেশত দেখিছোঁ কি? দেখিছোঁ ১৩।১৪ বছৰীয়া ছোৱালী যৌৱন প্রস্ফুটিত হোৱাৰ আগতে সন্তানৰ মাক হৈ উঠিছে! পুৰুষৰ সম্বন্ধেও একেই কথা। প্ৰাণত স্ফুৰ্ত্তি নাই, হৃদয়ত আনন্দ নাই, মুখত হাঁহি নাই। এই খিনিতে তুমি সুধিব পাৰা—কিয় এনে হয়? তোমাৰ চকুৰ আগতে দেখিছোঁ এই পৃথিৱীত কোনো বস্তুৱেই স্থায়ী নহয়—সকলো ধ্বংস-প্রাপ্ত হয়। পৃথিৱীৰ সকলো বাস্তৱ পদাৰ্থ চক্ৰৰ নিচিনা ঘূৰ্ণায়মান। সকলো পদাৰ্থৰ সকলো সময়তে এটি নহয় এটি কাৰ্য্য হৈয়েই আছে। যি বাস্তৱ বা পদাৰ্থৰ যিমান



কাম হয় তাৰ ক্ষয়ো তদ্ৰূপ। সেইদৰে তুমি মানুহৰ শৰীৰলৈকো চোৱা।

মানুহৰ শৰীৰ চলিছে কেনেকৈ? যি বস্তু ৰক্ষা কৰিবলৈ ইমান যত্ন হেঁপাহ, সি কেনেদৰে চলে? তাক নেজানিলে তাক ৰক্ষা কৰা সম্ভৱ নহব। সেইকাৰণে তুমি যদি একো আসোঁৱাহ নধৰা মই এই খিনিতে অলপ শৰীৰ-তত্ত্বৰ ( Physiology ) কথা উল্লেখ কৰোঁ দেই।

শৰীৰ ধাৰণৰ কাৰণে আমি আহাৰ কৰোঁ। এই সকলো আহাৰ্য্য আমাৰ পাকস্থলিত পৰিলে আমাৰ পেটৰ সোঁফালে থকা যকৃতৰ ( Liver ) পৰা একপ্ৰকাৰ পনীয়া পদাৰ্থ নিৰ্গত হয়। ইয়াক বাইল বা পিত্ত বোলে। এই 'বাইলে' পাকস্থলিৰ আহাৰাদি বস্তুৰ লগত মিহলি হোৱাৰ লগে লগে তাক জুলীয়া কৰি পেলায়। তেতিয়াই এই আহাৰৰ অসাৰ অংশ মলমূত্ৰত পৰিণত হৈ বহিৰ্গত হয় আৰু সাৰ অংশ তেজত পৰিণত হৈ শিৰাৰ মাজেদি ফুচফুচলৈ আহে। তেতিয়া আমি নিশ্বাসৰ দ্বাৰা বাহিৰৰ বায়ু টানি লৈ এই তেজৰ লগত মিহলি কৰি দিওঁ আৰু তেতিয়াই এই তেজ পৰিষ্কাৰ হয়। ইয়াৰ দূষিত অংশ প্ৰস্ৰাৱৰ দ্বাৰা বাহিৰলৈ উলিয়াই দিওঁ আৰু বাহিৰৰ বিশুদ্ধ বায়ু নিশ্বাসেদি ভিতৰলৈ নি প্ৰত্যেক মুহূৰ্ত্তে তেজ পৰিষ্কাৰ কৰিছোঁহক। এই পৰিষ্কৃত তেজ শিৰাৰ মাজেদি সমস্ত শৰীৰলৈ গৈ আমাৰ দেহত তেজ আৰু বলৰ সঞ্চাৰ কৰিছে। কিন্তু যদি এজন মানুহে লৰচৰ নকৰি একে থৰে

দিনে ৰাতিয়ে বহি শুই থাকে—তেতিয়া তেওঁৰ আহাৰৰ বেছি প্ৰয়োজন নহয়। কাৰণ তেওঁৰ হাত-ভৰি বা আন অঙ্গ-প্ৰত্যঙ্গৰ কোনোৰূপ সঞ্চালন নোহোৱাত শৰীৰৰ কোনো ক্ষয় নহয়। ক্ৰমাৎ এনে হলে মৃত্যু অনিবাৰ্য্য। হাত-ভৰি সঞ্চালনত সেই ঠাইৰ তেজ যেনেকৈ ক্ষয়প্ৰাপ্ত হয়, ঠিক তেনেকৈয়ে সেই ঠাইৰ তেজ পূৰাবৰ কাৰণে ( ক্ষতি হোৱা খিনি ) সেই ঠাইলৈ তেজ চলাচল কৰে। এনেকৈয়ে শৰীৰত নতুন নতুন তেজৰ আৱশ্যক হয় আৰু আহাৰেই এই শোণিত প্ৰস্তুত কৰি পূৰ্ব্বৰ দৰে শৰীৰ সবল কৰে।

ওপৰত দিয়া কথাৰ পৰা এইটো বোধকৰোঁ বুজিলা যে ব্যৱহাৰেই শৰীৰৰ ক্ষয়। এই কাৰণেই যৌৱনো ব্যৱহাৰত ক্ষয়প্ৰাপ্ত হয়। শৰীৰ অত্যধিক পৰিশ্ৰম কৰিলে সহস্ৰ প্ৰকাৰ আহাৰ্য্যয়ো শৰীৰ সবল কৰিব নোৱাৰে। শৰীৰ ক্ৰমে ক্ষীণ আৰু চিৰকালৰ কাৰণে ব্যাধি-মন্দিৰ হয়; আৰু শেষত একেবাৰে ধ্বংস পায়গৈ। ইয়াৰ পৰা ইয়াকে বুজা যায় যে অত্যধিক ব্যৱহাৰেই পদাৰ্থৰ ক্ষয় হোৱাৰ প্ৰথম আৰু প্ৰধান কাৰণ। যৌৱন সম্বন্ধেও একেই কথা।

উপযুক্ত সময়ত যৌৱন পালেও অত্যধিক অপব্যয়ে তাৰ ক্ষয় সোনকালে আনি দিয়ে। মত্ততাৰ পৰা হোৱা অত্যধিক উত্তেজনাই যৌৱনৰ ক্ষয়। ইয়াৰ পৰাই শৰীৰ দুৰ্ব্বল হয়, মন নিস্তেজ হৈ আহে।

যৌৱনত স্বভাৱতে সকলো বৃত্তিয়েই প্ৰবল হৈ উঠে—



বিশেষতঃ নৰ-নাৰী পুত্ৰ উৎপাদনত সক্ষম বুলি বিধাতাৰ অনিৰ্ব্বচনীয় বিধানত নৰ-নাৰীৰ হৃদয়ত কাম-প্ৰবৃত্তি প্ৰবল হলে আৰু ইয়াক প্ৰশ্ৰয় দিলে, মত্ততা বাঢ়ে, আৰু মত্ততাই হৃদয়ক যেনেকৈ উত্তেজিত কৰে আন একোৱেই এনে কৰিব নোৱাৰে। এই প্ৰবৃত্তিত যেয়ে যিমানেই গা-ঢালি এৰি দিয়ে তেওঁৰেই যৌৱন ক্ষণস্থায়ী হয় আৰু যেয়ে এই ইন্দ্ৰিয়-প্ৰবৃত্তিক দমন কৰি ৰাখিব পাৰিছে তেওঁৰেই যৌৱন দীৰ্ঘস্থায়ী হয়।

এতিয়া তোমালোকৰ ভিতৰত যাৰ যৌৱন দীৰ্ঘস্থায়ী কৰিবৰ মন, যাৰ যৌৱনৰ প্ৰকৃত সুখ উপভোগ কৰিবৰ ইচ্ছা আৰু যেয়ে যৌৱনৰ আনন্দ সুদীৰ্ঘ কৰি ভোগ কৰিবলৈ বিচাৰে, তেওঁলোকে যৌন প্ৰবৃত্তি দমন কৰক। তেতিয়া হলে অকালতে যৌৱন সুখৰ পৰা বঞ্চিত হব নেলাগিব। শৰীৰো ব্যাধি-মন্দিৰ নহব আৰু অকালতে বাৰ্দ্ধক্য আগ বঢ়াই আনি সকলো ভোগ-বাসনাৰ পৰাও বঞ্চিত হব নেলাগিব।

এই চিঠি মই তোমালৈ চিকিৎসকৰ বক্তৃতা হিচাবে লিখা নাই। কিন্তু তথাপি মোৰ এই চিঠিয়ে যদি কিঞ্চিৎ মানো তোমাৰ বা তোমাৰ লগৰীয়াৰ সন্দেহ আৰু উৎকণ্ঠা দূৰ কৰিব পাৰে তেতিয়া হলেও মোৰ পৰিশ্ৰম সাৰ্থক বুলি মানিম। মই মাত্ৰ অতি সাধাৰণ দুই এটি সমস্যাৰ কথাহে তোমালৈ লিখিছোঁ। মোৰ বিশ্বাস যৌন-বিষয়ৰ প্ৰাঞ্জল জ্ঞানে ছোৱালী, গাভৰু আৰু ডেকা লৰাক যথেষ্ট যৌন উদ্বেগৰ পৰা উপস্থিত

হোৱা নিউৰেস্থেনিয়া আদিৰ নিচিনা স্নায়ৱিক বিশৃঙ্খলতাৰ পৰা ৰক্ষা কৰিব।

আগৰ চিঠিত মোৰ লিখা মনত পৰে যে যোনিৰ ( Bartholin ) গ্ৰন্থিবোৰৰ পৰা ইন্দ্ৰিয় উত্তেজনাত এবিধ পিছল ক্লেদজনিত ( mucoid ) বস্তু ওলায়। যোনিত আৰু আন প্ৰকাৰৰো গ্ৰন্থি আছে; সেইবোৰৰ পৰাও এনে বস্তু ওলায়। ব্যক্তিগত পাৰ্থক্য থাকিলেও গ্ৰন্থিৰ পৰা ওলোৱা জুলীয়া বস্তুৰ পৰিমাণ ইন্দ্ৰিয় উত্তেজনাৰ ওপৰত নিৰ্ভৰ কৰে। কিছুমান গাভৰুৰ সামান্য উত্তেজনাতো যথেষ্ট ওলাব পাৰে, আনবিলাকৰ আকৌ অতিপাত উত্তেজনাতো সামান্যহে ওলায়। শৰীৰ সম্বন্ধীয় এই কথাটো নজনা ছোৱালীবোৰে বেমাৰ হৈছে বুলি ভাবি, এই নিঃসৰণত যথেষ্ট উদ্বেগ প্ৰকাশ কৰে। অতিপাত ইন্দ্ৰিয় উত্তেজনা এৰাৰ লগে লগে নিঃসৰণো নাইকিয়া হয়।

ইয়াৰ লগত প্ৰায়েই ভ্ৰম অৱস্থাক শ্বেত-প্ৰদৰ ( Whites) বোলে। ইয়াৰ বৈজ্ঞানিক নাম (Leucorrhoea) শ্বেত-প্ৰদৰ। এই ৰোগৰ নিঃসৰণ বগা আৰু ইয়াৰ ঘনতাৰ পাৰ্থক্য পাতল সৰৰ পৰা ডাঠ দৈ লৈকে। সাধাৰণ অৱস্থাত যোনিত কিছু পৰিমাণে নিঃসৰণ হয়। কিন্তু বেচিকৈ ওলালে ইয়াৰ কাৰণ বিচাৰ কৰিব লাগে। শ্বেতপ্ৰদৰ ৰোগৰ কাৰণ বহুতো; কিন্তু সাধাৰণতে হৈছে—শীত ( chill ), জৰায়ুৰ দোষ, অপৰিচ্ছন্নতা, মৈথুন, স্থায়ী ইন্দ্ৰিয় উত্তেজনা আৰু কোষ্ঠবদ্ধতা। কাৰণ



যিয়েই নহওক, চিকিৎসাৰ দ্বাৰাই এই অৱস্থাৰ নিৰাময় কৰিব পাৰি। কিন্তু নিজে পৰীক্ষা কৰি বা কেটেলগ বা খবৰ-কাগজৰ জাননী চাই ঔষধ প্ৰয়োগ কৰাটো এৰিব লাগে। তেনে কৰিলে উপকাৰতকৈ অপকাৰ হোৱাহেহে বেছি সম্ভৱ।

আকৌ ইফালে আন এটা অৱস্থাত পূজ বা হালধীয়া ৰঙৰ পূজৰ দৰে বস্তু যোনিৰ পৰা ওলোৱা দেখা যায়। ই সদায় সাংঘাতিক; কাৰণ ই গণোৰিয়া বা মেহৰোগ নামক উপদংশৰ এটি প্ৰকাৰ। পুৰুষৰ ৰোগী অংশৰ লগত শৰীৰৰ অদূৰ সংঘৰ্ষণৰ পৰাই গণোৰিয়া বেমাৰ হয়। সংক্ৰামিত কাপোৰ, বহা আসন আদিৰ পৰাও হব পাৰে।

আৰু এটা কথা। যোনিৰ পৰা ওলোৱা নিঃসৰণ মূত্ৰনলীৰ পৰা ওলোৱা নিঃসৰণৰ লগত ভুল কৰিব নেলাগে। পিচৰটো অন্য কোনো কাৰণে হয়। প্ৰস্ৰাৱ কৰোঁতে হোৱা পোৰণি আৰু বিষ প্ৰায়েই গণোৰিয়াৰ লক্ষণ। মূত্ৰনলীৰ বিকাৰ হলে প্ৰস্ৰাৱ চিকিৎসকৰ হতুৱাই পৰীক্ষা কৰাব লাগে।

ঘনাই প্ৰস্ৰাৱ হোৱা বা প্ৰস্ৰাৱৰ ইচ্ছা যোৱা গণোৰিয়া ৰোগত দেখা যায়; কিন্তু ইয়াৰ আন আন কাৰণো আছে। জহকালি আৰু গৰম বতৰত মানুহৰ শৰীৰৰ পৰা বেছি পৰিমাণে ঘাম ওলায়, সেই কাৰণে প্ৰস্ৰাৱ কম হয়। জাৰ-কালি ঘাম কম হয় বা নহয়, সেই কাৰণে প্ৰস্ৰাৱ বেছি হয়।

সদায় ইন্দ্ৰিয় উত্তেজনা ভোগ কৰা তিৰোতাৰ গাতো বাৰে বাৰে বা সঘনে প্ৰস্ৰাৱ বা প্ৰস্ৰাৱৰ ইচ্ছা পৰিলক্ষিত হয়। ই

অৱশ্যে মূত্রাশয়ৰ ( Bladder ) ৰোগৰ পৰা আৰু নিউৰেস্থে-নিয়াৰ দৰে স্নায়ৱিক বিশৃঙ্খলাৰ পৰাও হয়।

আন দুটা উপদংশ হৈছে গৰ্ম্মি ( Syphilis ) আৰু মৃদু ক্যানসাৰ ( soft Cancer )। ইহঁতো গণোৰিয়াৰ দৰেই হয় আৰু vulvaৰ ওপৰত ব্ৰণ বা নালী ঘাঁৰ ( ulcer ) দৰে আৰম্ভ হয়। এইবোৰ হলে সোনকালেই অভিজ্ঞ চিকিৎসকৰ সহায় লোৱা নিতান্ত আৱশ্যক।

আন এটি দুখ লগা অৱস্থাৰ নাম Pruritus Vulvae, অৰ্থাৎ বাহিৰ জননেন্দ্ৰিয়ৰ অতিপাত খজুৱতি ( itching )। এই অৱস্থাৰ কাৰণবোৰ হৈছে জননেন্দ্ৰিয়ৰ পৰিচ্ছন্নতাৰ অভাৱ আৰু শৰীৰত সঞ্চালন কৰা Female Hormoneৰ পৰিমাণৰ বিপৰ্য্যয় ( upset )। এই বিষয়ে অতি শীঘ্ৰে চিকিৎসকৰ শৰণাপন্ন হোৱা উচিত।

প্ৰেম মানুহৰ প্ৰাণ—অন্ততঃ তোমালোকৰ নিচিনা উঠি অহা ডেকা-গাভৰুৰ কাৰণে ই জীৱনত কেতিয়াবা হঁহুৱায়, আকৌ কেতিয়াবা কন্দুৱায়। কিন্তু যি প্ৰেমে জীৱনৰ হঁহা-কন্দাকো চেৰ পেলায়, যাৰ উন্মাদনাত মানুহে নিজকে হেৰুৱায়—সেই প্ৰেম প্ৰেমিকতকৈও ডাঙৰ নহয়নে? তেন্তে প্ৰেম কি?

এতিয়া কথা হৈছে—তোমালোকৰ নিচিনা উঠি অহা ছোৱালীৰ মনলৈ আশঙ্কাজনক উদ্বেগ আহে—যাৰ পৰাই এনে মানসিক অৱস্থাৰ সৃষ্টি। কিন্তু তুমি ইয়াকে সম্পূৰ্ণ



তালিকা বুলি ধৰি নলবা। ইন্দ্ৰিয় সমস্যাৰ বিশৃঙ্খলাৰ সন্দেহ হলেই উপযুক্ত আৰু সহানুভূতি-সম্পন্ন চিকিৎসকৰ লগত পৰামৰ্শ কৰিব লাগে; কাৰণ আনবোৰ ৰোগতকৈ ইন্দ্ৰিয়-জনিত উদ্বেগৰ পৰাই স্নায়ুমণ্ডলীৰ বেছি বিপৰ্য্যয় ঘটে আৰু এনেবিলাকৰ পৰা ৰক্ষা পাবলৈ উত্তেজনাহীন আহাৰ, মুকলি বতাহ, ব্যায়াম, টোপনি, মনস্তুজা ৰং-ধেমালি আৰু লগৰীয়া সমনীয়াৰ লগত মিলামিছা কৰি মনৰ পৰা দুঃশ্চিন্তা দূৰ কৰি মন প্ৰফুল্ল ৰখাই উচিত প্ৰতিবিধান; যি-কোনো যৌন সমস্যা—যাৰ পৰা মনৰ উদভ্ৰান্ত অৱস্থা অহাৰ সম্ভৱ—তেনে অৱস্থা পোৱাৰ আগতে মনক স্থিৰ কৰি কোনো বিবেচক চিকিৎসকৰ আগত সকলো ভাঙ্গি-পাতি কৈ পৰামৰ্শ লোৱা যুগুত। এনেবিলাক উদ্বেগৰ পৰাই নিউৰেস্থেনিয়াৰ দৰে আন আন স্নায়ৱিক বিকাৰৰ আৰম্ভ বুলি বিশেষজ্ঞ সকলে কয়।

জীৱনৰ পাতনিৰ এছোৱা শেষ হল—নহয় জানো? আৰু বা কিমান দিনৰ মূৰত তোমালৈ এনেকৈ চিঠি দিবলৈ পাওঁ কব নোৱাৰোঁ। মন বৰ চঞ্চল হৈছে। মনক বিশ্বাস নাই—ই কেতিয়া কি কৰি উঠে। তথাপি আগলৈ চেষ্টাত থাকিলোঁ। আজিলৈ আহোঁহে দেই। ইতি—

তোমাৰ
ককাইদেউ

ইলা ভনীটি মোৰ,

তোমাৰ চিঠি পালোঁ। তোমাৰ বিলৈ-বিপত্তি নোহোৱা শুনি সঁচাকৈয়ে বেজাৰ পালোঁ। কিন্তু এটা কথা—দুঃখ কষ্ট বাদ দিলে সৃষ্টি হয় বৈচিত্র্যহীন, স্বাদহীন! নহয় জানো বাৰু?

আজি যদিও তুমি মোক নতুন কথা বুলি ইংৰাজী কিতাপৰ পৰা "Sex urge"ৰ অৰ্থ সুধিছা—কিন্তু দৰাচলতে ইতো একো নতুন প্ৰশ্ন হোৱা নাই, তোমাৰ পুৰণি প্ৰশ্নৰে নতুন সংস্কাৰ মাথোন। সঁচাকৈয়ে তুমি এইটো প্ৰশ্ন খোলা-খুলি হিচাবে কৰি ভালেই কৰিলা, নহলে পুৰণি প্ৰশ্নৰ লগত উত্তৰ দিওঁতে বিষয়-বাচনিৰ বেমেজালিত ই বা ক'ত পৰি থাকিল-হেঁতেন! বাটৰ (লিখাৰ) উৰাদিহ নোহোৱা হৈছে—কোন বাটেদি কত আৰম্ভ কৰিলোঁ, আকৌ কত ৰমগৈ, ভাবি পোৱা



নাই। কাৰণ মন এতিয়া লেকাম এৰা ঘোঁৰাৰ দৰে। চাই চাই ফুৰিব লাগিব—ফুৰোঁতে ফুৰোঁতেই—নতুন ভাব সঞ্চয় কৰি নয়ন-মন চৰিতাৰ্থ কৰাৰ লগে লগে, লিখাৰ সঁজুলিও গোটাব লাগিব—নহলেতো তোমাৰ পৰা উদ্ধাৰ পোৱা টান। বিপত্তিত পৰিছোঁ—চকুৱে কয়—"চোৱা (দৰ্শন) শেষ হল। ব'লা যাওঁগৈ।" মনে কয়—"চকু তুমি কি দেখিবা? তোমাৰ দৃষ্টি সীমাবদ্ধ, কিন্তু মোৰ আবিষ্কাৰ অফুৰন্ত; তোমাৰ কাম বহিঃদৃষ্টিৰ সমালোচনা মাত্ৰ।"

সিদিনা লিখা ইন্দ্ৰিয়ৰ শাৰীৰিক সমস্যাৰ লগতে আৰু অলপ যোগ দি আজিৰ প্ৰশ্নৰো উত্তৰ দিবলৈ আগবাঢ়িলোঁ। আজি আকৌ ডাঃ ফ্ৰয়েড আদিৰ নাম শুনি উছপ খাই নুঠিবা দেই। তুমি মন কৰিছানে নাই কব নোৱাৰোঁ—কাৰণ তুমিতো এতিয়াও 'মাতৃ' হৈ মাকৰ চকুৰে সন্তান চাব পৰা হোৱা নাই! সকলো লৰা-ছোৱালীৰে চুব পৰা বা ধৰিব পৰা বস্তুৰ অনুসন্ধান কৰা স্বাভাৱিক প্ৰবৃত্তি এটি হয়তো তুমি লক্ষ্য কৰিছা। গতিকে কোনো লৰা-ছোৱালীয়ে নিজৰ গুপ্তাঙ্গ চোৱাও একো অস্বাভাৱিক নহয়। শৰীৰৰ আন অঙ্গ চোৱাৰ দৰে তেনে কাৰ্য্যক মাৰ্জ্জনীয় ভাবে ধৰিব লাগে। বোধ কৰোঁ বহুতৰে মত যে লৰা-ছোৱালীয়ে জননেন্দ্ৰিয়ৰ আগ চোৱাত সচৰাচৰ কোনো যৌন ইচ্ছা নেথাকে। কিন্তু ডাঃ ফ্ৰয়েডে এই বিষয়ে কি কৈছে তাকো তোমালৈ আজি নিলিখি নোৱাৰিলোঁ। তাৰ আগতে ছোৱালী বোৰৰ ইন্দ্ৰিয়ৰ

শাৰীৰিক আকৃতিৰ বিষয়ে এটি কথা কৈ লওঁ দেই। সেইটো হৈছে—ছোৱালী ঋতুকালৰ কাষ চাপিলে বা পাত গাভৰু হলে অঙ্গবোৰৰ বৃদ্ধিহোৱা আকৃতিয়ে আৰু কোনো অস্পষ্ট অনুভূতিয়ে ছোৱালীৰ দৃষ্টি বিশেষভাবে সেই বোৰলৈ আকৃষ্ট কৰে। সাধাৰণতঃ তাত অস্বাভাৱিকতা একো নাই; কিন্তু কিছুমানে ঘটনাবশতঃ আনৰ শিক্ষাৰ পৰা শিকে যে লৈঙ্গিক অঙ্গ চুলে আৰামজনক অনুভূতি আহে।

কিন্তু ডাঃ ফ্রয়েডৰ গৱেষণাত মূল্য দিলে মোৰ ওপৰৰ কেই লাইন কথাত কোনো মূল্য নাই। তথাপি তেখেতৰ মত-টোনো কি তাকো তোমালোকে জনা উচিত বুলি ভাবি তোমালৈ লিখাৰ লোভ সামৰিব নোৱাৰিলোঁ। তেখেতে কয় যে যৌৱন অবস্থাত ( Puberty ) হে যে মানুহৰ কাম-প্ৰবৃত্তি ( Sexual impulse ) জন্মে, এনে নহয়। তেখেতে লিখিছে, "It is not true that the sexual impulse enters into the child at puberty, as the devils in the Gospel entered into the service. The child has his sexual impulses and activities from the beginning…" অৰ্থাৎ জন্মৰ পৰাই সকলোৰে কাম-প্ৰবৃত্তি থাকে আৰু লৰাকালৰ এই প্ৰবৃত্তিয়েই নানা অৱস্থাৰ মাজেদি গৈ যৌৱনৰ কাম-প্ৰবৃত্তিত ৰূপান্তৰ হয়। আগতে সকলোৱে ভাবিছিল যে সৰু লৰা-ছোৱালীৰ কাম-প্ৰবৃত্তি একেবাৰেই নেথাকে। যি লৰা-ছোৱালীৰ গাত ঈশ্বৰ থাকে বুলি আমি



ভাবোহঁক, তেনে সৰু সৰু লৰা-ছোৱালীৰ যে কাম-প্ৰবৃত্তি থাকে তাক জানো সহজতে স্বীকাৰ কৰিবা? এই কাৰণেই ডাঃ ফ্রয়েড আদি মনবিশ্লেষকৰ শত্ৰু বহুত।

যদিও জন্মৰ পৰাই মানুহৰ কাম-প্ৰবৃত্তি থাকে, প্ৰথমেই জননেন্দ্ৰিয়তে বিয়পি নেথাকে আৰু ডাঙৰে যেনেকৈ কাম-প্ৰবৃত্তি চৰিতাৰ্থ কৰিব বিচাৰে বা কৰে, শিশুৱে তেনেকৈ নিবিচাৰে বা নকৰে। ডাঃ ফ্রয়েডে কয় যে কেঁচুৱাই বুঢ়া আঙুলি চুপি নাইবা পুতলা আদি কামুৰি জন্মগত কামপ্ৰবৃত্তি চৰিতাৰ্থ কৰে। সেইবোৰ অভ্যাস গুচুৱাত খুব সাৱধান হব লাগে। জোৰ-জুলুমকৈ যদি এনেবোৰ অভ্যাস গুচাবলৈ চেষ্টা কৰা যায় তেনেহলে কেঁচুৱাৰ মনত এটি নিৰাশ ভাৱ ( feeling of frustration ) থাকি যায়। এইদৰে সিহঁতক নিৰাশ কৰি থাকিলে সিহঁতৰ তিতা লাগে আৰু ফলত ই মনোবিকাশ হোৱাত অন্তৰায় হবও পাৰে। সেই বাবেই লৰা-ছোৱালীক শিক্ষা দিওঁতে জন্মৰ পৰাই খুব সাৱধান হোৱা নিতান্ত প্ৰয়োজন।

যৌন-বিকাশ ( Sexual development )ৰ প্ৰথম অৱস্থাক ( Arts eroticism ) আত্মপ্ৰণয় বোলে। এই সময়ত কেঁচুৱা লৰা-ছোৱালীয়ে নিজৰ গাটো যে নিজৰেই সেইটো বুজিব নোৱাৰে আৰু নিজৰ গাৰ পৰাই ( অৰ্থাৎ আঙুলি চোপা আদি ) বাসনা চৰিতাৰ্থ কৰে। ইয়াৰ পাচৰ অৱস্থাক Narcissim বা Conscious self-love বোলে।

এই সময়ত সিহঁতে শৰীৰটো নিজৰ বস্তু বুলি বুজিবলৈ ধৰে আৰু নিজৰ শৰীৰটোকে ভাল পাবলৈ ধৰে। ইয়াৰ ফল-স্বৰূপেই আৰু এটা অৱস্থা পায়গৈ—ইয়াক সজ্ঞান আত্মপ্ৰণয় (anal sadistic stage) বোলে। এই সময়ত লৰা-ছোৱালীয়ে মলত্যাগ কৰি আনন্দ উপভোগ কৰে; তাৰ বাহিৰেও হাই-উৰুমি কৰি আৰু আনৰ প্ৰতি নিৰ্দ্দয় হৈ ভাল পায়। ৫ বছৰ বয়সৰ ভিতৰতে লৰা-ছোৱালীয়ে এইকেইটা অৱস্থা (stage) পাৰ হয়।

এইখিনি জীৱনৰ লেখত লবলগীয়া সময়। এই সময়তে সৰু লৰা-ছোৱালীয়ে কিছুমান কাম কৰি আনন্দ পায়। মাক-বাপেক বা বয়সীয়ালে তেনে কাম ঘৃণাৰ চকুৰে চায়। যদি ডাঙৰে খুব সাৱধানে আৰু ধৈৰ্য্যৰে সেইবোৰ এৰুৱাবৰ চেষ্টা কৰে আৰু লৰা-ছোৱালীয়েও ডাঙৰৰ কথা সহজে মানি লয় তেনেহলে ভয়ৰ বিশেষ কাৰণ নেথাকে। কিন্তু মাৰ-ধৰ কৰি নাইবা ভয় দেখুৱাই তেনেবোৰ কাম যদি এৰুৱাবৰ চেষ্টা কৰা হয় তেনেহলে ভৱিষ্যতত কুফল ফলাহে সম্ভৱ, কাৰণ অৱদমিত প্ৰবৃত্তিয়ে সদায় কুফল ফলায়। এনে কুফল সোনকালে দৃষ্টিগোচৰ নহব পাৰে। অবদমিত প্ৰবৃত্তিবিলাক মনৰ নিৰ্জ্জান স্তৰত সোমাই থাকে আৰু যৌৱনৰ সময়তহে (at puberty) প্ৰায় প্ৰকাশ ভাৱে ভালকৈ দেখা দিয়ে। সেইবাবে এইসময়ত লৰা-ছোৱালীক শিক্ষা দিওঁতে যদি ভুল বাটে যাবলৈ দিয়া হয় তেনেহলে পাচত ইয়াৰ



কুফলবোৰ গুচোৱা বৰ সহজ কথা নহয়। এই কথা শুনিলে ভয় লাগে; কিন্তু ইয়াক নুই কৰিবৰ উপায় নাই। সেই বাবেই প্ৰত্যেক পিতা-মাতাৰ এই বিষয়ে জ্ঞান থকা যে নিতান্ত আবশ্যক সেইটো সহজে বুজিব পাৰি। ওপৰত উল্লেখ কৰা অৱস্থা পাৰ হোৱাৰ পাচত কেইবা বছৰো ধৰি লৰা-ছোৱালীবিলাকৰ ইন্দ্ৰিয়বৃত্তি এটা সুপ্ত অৱস্থাত থাকে অৰ্থাৎ কেই বছৰমান যৌন-বিকাশ (Sexual development) দেখিবলৈ পোৱা নেযায়। এইদৰে সুপ্ত অৱস্থাত থাকি যৌৱনত (Puberty) ভৰি দিয়েহি। এই যৌৱনেই লৰা-ছোৱালীক পৰিপক্ক অৱস্থালৈ লৈ যায়। এই সময়তে যৌন-উত্তেজনা (Sexual development) জননেন্দ্ৰিয়ত বিয়পি পৰেহি।

যৌৱন অৱস্থাৰ মনস্তত্ব সম্বন্ধীয় কথাবোৰ শৈশৱকালৰ যৌনবিকাশ কথাৰ লগত ঘনিষ্ঠভাৱে জড়িত। সেই বাবেই যৌৱন অৱস্থাৰ আনবোৰ কথা শৈশৱকালৰ সহায় নোলোৱাকৈ বুজিব নোৱাৰি। শৈশবকালৰ কিছুমান কথা বা ঘটনা মনৰ নিৰ্জ্জান স্তৰত থাকি যায়। সেই কাৰণে দেখা যায় যে কেইবা বছৰো ধৰি কিছুমান লৰা-ছোৱালীয়ে বুদ্ধি আৰু সাহৰ পৰিচয় দি আহে; কিন্তু হঠাতে আকৌ আগৰ সেই শৈশৱ অৱস্থা পোৱাৰ দৰে হয় আৰু বুদ্ধি আদি নাইকিয়া হৈ নিঃসহায় হোৱাৰ দৰে হৈ পৰে। যৌৱনৰ আগলৈকে লৰা-ছোৱালীয়ে নিজকে লৈয়ে যৌন-প্ৰবৃত্তি চৰিতাৰ্থ কৰে।

কিন্তু যৌৱনত ভৰি দিয়াৰ পৰা সেই সীমা পাৰহৈ আনক আকাঙ্খাৰ পাত্ৰ হিচাবে বিচাৰে। স্বাভাৱিকতে নিচেই ওচৰতে পোৱা অৰ্থাৎ নিজৰ পৰিয়ালৰ মানুহৰ ওপৰতে সিহঁতৰ চকু পৰে। সেই বাবেই সেইবোৰেই সচৰাচৰ আকাঙ্খাৰ লক্ষ্য হয়। ফলত সম-লিঙ্গৰ ( Sex ) জন্মদাতা জনক আঁতৰ কৰি বিপৰীত লিঙ্গৰ জন্মদাতা জনক পাবলৈ লৰা-ছোৱালীৰ এটা নিৰ্জ্জান আকাঙ্খা জন্মে। এইদৰে যি অৱস্থাৰ সৃষ্টি হয় তাক ডাঃ ফ্ৰয়েড 'অডিপাস্ কমপ্লেক্স' ( Oedipus Complex ) নামত অভিহিত কৰিছে। লৰা-ছোৱালীয়ে মনৰ নিৰ্জ্জান স্তৰত অনুভৱ কৰে যে সিহঁতৰ পিতামাতাই জীৱনৰ কোনো গুপ্ত ৰহস্য, কোনো গোপন সুখ নাইবা তেনে কিবা এটা উপভোগ কৰে, আৰু সিহঁতক ইচ্ছা কৰিয়েই তাৰ পৰা বঞ্চিত কৰা হয়। সেই বাবে লৰা-ছোৱালীয়ে সিহঁতৰ প্ৰতিদ্বন্দ্বী ( লৰাৰ ক্ষেত্ৰত বাপেকক আৰু ছোৱালীৰ ক্ষেত্ৰত মাকক ) আঁতৰ কৰি বিপৰীত লিঙ্গৰ জন্মদাতা জনৰ লগত সেই গুপ্ত কথাৰ অংশীদাৰ হবলৈ বিচাৰে। অৱশ্যে সিহঁতে যে দেখাদেখিকৈ বা মুখামুখিকৈ পিতামাতাৰ আগত এনেবোৰ ভাব প্ৰকাশ কৰে সেইটো নহয়। ভালেমান কথা অবদমন কৰা হয়। অবদমনৰ পৰিণাম সদায়েই বেয়া নহয়। এই কম্প্লেক্সটো কেনেকৈ লয় তাৰ ওপৰতে লৰা-ছোৱালীৰ চৰিত্ৰ আৰু প্ৰকৃতি বহুদূৰ নিৰ্ভৰ কৰে। যদি সিহঁতে নিজৰ লিঙ্গৰ জন্মদাতাক ( লৰাৰ



বেলিকা বাপেকক আৰু ছোৱালীৰ বেলিকা মাকক ) আদৰ্শ-স্থানীয় বুলি ভাবিব পাৰে তেনেহলেও এনে অৱস্থাৰ সৃষ্টি নহয়। ডাঃ ফ্ৰয়েডে কম্প্লেক্সটোক তেওঁৰ মতৰ ( theory ) মূলসূত্ৰ বুলি ধৰিছে। মন-বিশ্লেষণৰ সকলো সিদ্ধান্তবো ভিত্তি ইয়েই আৰু ইয়াৰ ওপৰতে মনৰ কথা নিৰ্ভৰ কৰে।

অতপৰে মাত্ৰ ডাঃ ফ্ৰয়েডৰ অভিমতকেহে তোমাৰ ওচৰত পেছ্ কৰিলোঁ। এতিয়া মোৰ দুই-এটি বক্তব্যও কওঁ দেই। আগতেই তোমাক কৈ আহিছোঁ যে ছোৱালীৰ শান্তিকাল পোৱাৰ সময়ত নিজেই ঘটনাবশতঃ বা আন কাৰোবাৰ পৰা জানে যে লৈঙ্গিক অঙ্গৰ পৰশৰ পৰা আৰামজনক অনুভূতিয়ে দেখা দিয়ে।

স্বৰূপতে এইটোৱেই মৈথুন অভ্যাসৰ প্ৰথম আৰম্ভ। এই কাৰ্য্যক আৰু বহুতো নামেৰে অভিহিত কৰিব পাৰি—যেনে আত্ম-নিন্দা, গুপ্ত-পাপ, নিভৃত-দোষ, Onanism ইত্যাদি। এই নাম বিলাক যে মই বৰ্ণনা কৰিলোঁ ইয়াৰ পৰা তুমি কিবা স্বৰূপ বুজিলানে,—বুজা নাই নহয়নে? এই নাম-বোৰেই সদায় প্ৰতাৰণা কৰে। সেই কাৰণেই অলপ বহলাই ইয়াৰ ইতিবৃত্ত কওঁ দেই। প্ৰকৃতপক্ষত মৈথুন—কৃত্ৰিমভাবে clitoris ( যোনি-কণ্টক ) আৰু যোনিক হাতেৰে উত্তেজিত কৰা বা আন উপায়েৰে আনন্দদায়ক ভাব আৰু কামোদ্দীপক ইচ্ছাৰ উদ্ৰেক কৰা। যি নহওক, এইবোৰ কাৰ্য্যৰ কাৰণে হাতৰ সহায় নহলেও হয়। গাৰু বা দুই কৰঙনৰ মাজত

গুপ্তাঙ্গ হেঁচাৰ ফলো একেই। এই উদ্দেশ্যৰ কাৰণে যোনিৰ ভিতৰত ঘৰণীয়া বস্তু ব্যৱহাৰ কৰাটো ছোৱালী বোৰৰ কাৰণে একো অস্বাভাৱিক নহয়। তাৰ পাচত আকৌ নানান ৰকমৰ ইন্দ্ৰিয় বা লৈঙ্গিক সম্ভাব্যতাৰ অনুমানেই কিছুমান সম্ভোগপ্ৰদ অনুভূতি হোৱাৰ কাৰণ। যদিও আটাইবোৰ মৈথুনৰ ঘৰতেই ভাগ কৰা হৈছে, তথাপি সেইবোৰ Auto erotism অৰ্থাৎ আত্ম-উত্তেজিত লৈঙ্গিক বা ইন্দ্ৰিয়-লালসাৰ ভিতৰতে।

ছোৱালীয়ে নিজেই কেতিয়াবা ঘটনাক্ৰমে মৈথুনৰ অভ্যাসটো শিকিব পাৰে; কিন্তু প্ৰায়েই সম্ভৱতঃ স্কুলৰ লগৰীয়া, সমনীয়া, শিক্ষক-শিক্ষয়িত্ৰী, চাকৰ বা বয়সীয়াল দূৰ-সম্বন্ধীয়া মানুহৰ শিক্ষাৰ দ্বাৰা এই অভ্যাস গঢ়ি লয়। কেতিয়াবা কোনো শাৰীৰিক ( local ) স্থানীয় অৱস্থাই এই অভ্যাসত উত্তেজিত কৰে। আত্মজ উত্তেজনাৰ অৱস্থাবোৰ—খজুৱতি, clitoris আৰু আগ ছালৰ তলত Smegma জমা হোৱা, যোনিৰ পৰা নিঃসৰণ, প্ৰস্ৰাৱৰ উত্তেজক অৱস্থা আৰু সূতাৰদৰে আন্ত্ৰিক ক্ৰিমিৰ পৰা হয়। জননেন্দ্ৰিয়ৰ পৰা উৎপাদিত হোৱা উত্তেজনাবোৰ স্নায়ুমণ্ডল আৰু মগজলৈ যায় আৰু তাৰ পাচতহে ইয়ালৈ আহে। গতিকে সততে ইন্দ্ৰিয় চিন্তাই মৈথুন অভ্যাস কৰিবলৈ এক ইচ্ছাৰ সৃষ্টি কৰিব পাৰে।

ইন্দ্ৰিয়ৰ আন আন বিষয়তকৈ মৈথুন বিষয়কে যথেষ্ট



আবৰ্জ্জনাপূৰ্ণ বুলি বহুতৰ মত। কিন্তু বৰ্ত্তমানলৈকে ইন্দ্ৰিয় পৰিস্থিতিৰ বিষয়ে একো বৈজ্ঞানিক সিদ্ধান্ত নিৰূপণ হোৱা নাই। তত্ৰাচ এই অভ্যাস নিৰাপদজনক বুলি সকলোৱে স্বীকাৰ কৰি আহিছে। মানসিক আৰু শাৰীৰিক সকলো গ্লানিৰে ইয়েই কাৰণ বুলি ধৰি লৈ—যুৱতীৰ মুখৰ ব্ৰণৰ পৰা ৰক্তাভাব ( anaemia ) আৰু স্মৃতিশক্তিৰ অভাৱৰ পৰা বাতুলতাৰ ( insanity )—সকলোৱে উৎপত্তি বুলি কোনোৱে কয়। আজিও বহু ধৰ্ম্মতত্ত্ব আলোচনাকাৰী, শিক্ষাবিৎ আৰু ২।৪ জন বিশিষ্ট চিকিৎসকেও এই অবৈজ্ঞানিক আৰু অতি পুৰণি অযুক্তিকৰ মতকে ধৰি আছে। বৰ্ত্তমান সময়ত বৈজ্ঞানিক সৰ্ব্ববাদী মত এয়ে যে মানৱজাতিৰ বৃদ্ধিৰ ( Development ) কোনো অৱস্থাত মৈথুন আৰু auto-erotismৰ আনন্দপত 'স্বাভাৱিক' হোৱা ঘটনা আৰু অভ্যাস-বোৰ বিপদযুক্ত। গতিকেই সেই অভ্যাসবোৰে চৰম সীমা নোপোৱালৈকে আৰু বহুদিনলৈ স্থায়ী নহলে, auto-erotic ( আত্ম-প্ৰণয়াত্মক ) অভ্যাসৰ ভুক্তভোগী ছোৱালীবোৰৰ বা তেওঁলোকৰ মাক-বাপেকৰ মনলৈ কোনো উদ্বিগ্নতা আহিব নোৱাৰে।

জননেন্দ্ৰিয়ৰ সম্বন্ধত আন আন ইন্দ্ৰিয়ৰ অমিতাচাৰৰ দৰে অতিপাত মৈথুনৰো একে ফল, যেনে স্নায়ৱিক-কেন্দ্ৰবোৰৰ ভ্ৰান্তি আৰু ইন্দ্ৰিয়ৰ অতিশয় বিকাৰ। অভ্যাস এৰাৰ লগে লগে সকলোৱে আকৌ আগৰ অৱস্থা পায়। দৃশ্যমান ফলা-

ফলবোৰ মাথোন মানসিক আৰু ইয়াৰ উৎসাহিত সম্ভাব্য-বোৰ অতিশয্যৰ পৰা হোৱা মাথোন। স্নায়ুমণ্ডলীৰ বিপর্য্যয় সাধাৰণতঃ লৈঙ্গিক আচৰণতকৈ মৈথুনত বেছি প্ৰকাশ পায়। এইটো কিন্তু সকলোৱে স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে শাৰীৰিক আৰু স্নায়বিক অবসাদ সঙ্গমতকৈ মৈথুনত বেঁছি হয়।

প্ৰথম হৈছে—মৈথুন অকলে অভ্যাস কৰাৰ কাৰণে ইয়াক অতি বেছিকৈ কৰাৰ এটি প্ৰবৃত্তি জন্মে আৰু যি কোনো অতিপাত যৌন-অভ্যাসে মানুহৰ চিন্তা আৰু উদ্যম সম্পূৰ্ণৰূপে ইন্দ্ৰিয়-লালসা আৰু বৃত্তিত আকৃষ্ট কৰে। মানসিক আৰু শাৰীৰিক শক্তিৰ বিকাশৰ কাৰণে আৱশ্যক হোৱা চিন্তা-শক্তি থকা ছোৱালীৰ পক্ষে ই কিমান বিপদ-সঙ্কুল ৰহলাই তাৰ কাৰণ নদৰ্শালেও বোধকৰোঁ হব।

দ্বিতীয়তে—মৈথুনে মানুহক আত্মচিন্তাযুক্ত কৰি তোলে। লগে লগে সমাজ আৰু লগৰীয়াৰ পৰা আঁতৰত থাকিবলৈ ভাল পোৱা হয় আৰু নিৰ্জ্জনতাৰ ওচৰ চপায়।

তৃতীয়তে—দীৰ্ঘকাল মৈথুনত অভ্যাস হোৱা ছোৱালী গাভৰু হলে বিবাহৰ প্ৰতি এক প্ৰকাৰ বিৰাগ জন্মে, কাৰণ ইন্দ্ৰিয়-লালসাৰ পৰিতোষৰ ভাবনা ভাবিব নেলাগে, আৰু মৈথুনকেই সাধাৰণ যৌন-সুখ আৰু বিবাহিত-জীৱনতকৈও বেছি ভাল যেন লাগে।

চতুৰ্থ কাৰণটো যদিও লঘু তথাপি উপলুঙা কৰি মোহাৰি



পেলোৱাও নহয়—টান বস্তু বা আঙ্গুলিৰ নখ লাগি মৈথুনত গুপ্তাঙ্গত আঘাত লাগিব পাৰে।

আৰু এটা কথা হৈছে ছোৱালীৰ সম্বন্ধে জননেন্দ্ৰিয়ৰ অঙ্গবোৰ অপৈনত, আৰু অপৈনত অঙ্গ এনে কাৰ্য্যত লগালে অঁপইতা বাঁহক কামত লগোৱাৰ দৰে ঘুণে ধৰে।

সঁচা কথা কবলৈ হলে, জনন-সংক্ৰান্ত অঙ্গবোৰ প্ৰধানতঃ সন্তান উৎপাদনৰ কাৰণেহে আৰু মৈথুন কেতিয়াও এই উদ্দেশ্যৰ অংশ বুলি ধাৰণা কৰিব নেলাগে।

ইমান পৰে মই তোমাক এটি অনিশ্চিত ( negative ) সম্ভৱপৰ বিপদৰ বিষয়েহে কলোঁ; আৰু তুমি চাগৈ ভাবিছা মই তোমাৰ মনত আতঙ্ক আনিবৰ কাৰণেই এনে কৰিলোঁ। কিন্তু ইয়াৰ ভিতৰত এটি নিশ্চিত বিপদো আছে; সেই-টোৱেই হৈছে আটাইতকৈ গুৰুত্বপূৰ্ণ। মৈথুনাসক্ত ছোৱালীয়ে সোনকালে হওক বা পলমকৈয়ে হওক, এটি হীনতা দমাই ৰখাৰ আৰু নিজকে অপৰাধী বিবেচনা কৰাৰ ভাব পোষণ কৰে। ইয়াৰ কাৰণো বেছি দূৰলৈ বিচাৰিব নেলাগে; কাৰণ যেতিয়াই ছোৱালীটিয়ে বুজিব বা জানিব পাৰিব যে এই অভ্যাসটো প্ৰকৃততে বিশেষ বিপদজনক নহলেও লজ্জাজনক, তেতিয়াই মনত এনে ভাবে ঠাই পায় যে তাইৰ ওচৰ চুবুৰীয়া, লগৰীয়া, সমনীয়া আদিয়ে এই লজ্জাজনক আসক্তিৰ কথাটো জানে। এনে বোৰ কাৰণৰ পৰা উদয় হোৱা ভাবে মন আৰু শৰীৰৰ ওপৰত বিপৰ্য্যয় ঘটায়—ছোৱালীটিক

অসুখী আৰু বিপদপূৰ্ণ কৰি তোলে; শৰীৰ আৰু মনলৈ অৱসাদ আহে। এটা কথাতে বৈজ্ঞানিক মতৰে চমুকৈ কবলৈ হলে—অজ্ঞতা, ভুল-শিক্ষা আৰু য'ত-ত'ত বুটলি ফুৰা ভ্ৰমাত্মক খবৰেই ইয়াৰ কাৰণে দায়ী।

কথাটো আৰু সৰলভাবে কলে বোধকৰোঁ আৰু সহজে বোধগম্য হব। এনে বিলাক আপত্তিৰ কথা কোৱা যেনে টান, লিখা তাতোকৈয়ো টান। ভাষাও নাই—আৰু মোৰো বোধকৰোঁ বুদ্ধিয়েও ঢুকি নেপায়—বা শব্দ প্ৰয়োগৰ খেলি-মেলি হৈ—কিবাটোৰ কিবা অৰ্থ হয়। মৈথুন অভ্যাসে ছোৱালীৰ মানসিক যন্ত্ৰণা নানে, আনে মাথোন—এটি পাপ আৰু অপৰাধৰ অনুভূতি। অনুভূতিয়েই কাৰো কাৰো পক্ষে যন্ত্ৰণাদায়ক হয়। ইয়াৰ প্ৰতিকাৰ অতি সৰল আৰু সহজ। অভ্যাসটো ততালিকে এৰিব লাগে। এই অভ্যাস বা যৌন ক্ৰিয়াৰ আনবোৰ উপায় তোমাক শিকাবলৈ আনক সুবিধা নিদিবা। এই শিক্ষাৰ গুৰিতে কোন দায়ী তাক মই আগতেই উনুকিয়াইছোঁ। এনে লোকক তোমাক আলিঙ্গন কৰিবলৈ, চুমা খাবলৈ, তোমাৰ স্তনত হাত দিবলৈ বা শৰীৰৰ আন কোনো অংশ স্পৰ্শ কৰি তোমাৰ মনোভাৱ ইন্দ্ৰিয়-চৰিতাৰ্থৰ প্ৰলোভনত পেলাবলৈ নিদিবা। আন হাতেদি, অতিশয় ইন্দ্ৰিয়-উত্তেজনা বঢ়োৱা চিন্তা, ইন্দ্ৰিয়ৰ ভোগ-লালসাৰ বিষয়ে পঢ়া বা গল্প কৰা, সুৰা, ধঁপাতৰ প্ৰশ্ৰয়, অতিশয় চাহ, কফি, অধিক মছলাদিৰ আঞ্জা আৰু মাংসকে আদি কৰি



সকলোবোৰ অমিতব্যয়িতাৰ পৰা আঁতৰত থাকিবলৈ যত্ন কৰা উচিত। মুকলি বতাহত আন লগৰীয়াৰ লগত ফুৰি নিৰ্জ্জনতা এৰিবলৈ অভ্যাস কৰা যুগুত। কিন্তু এটা কথা মই ডাঠি কব পাৰোঁ যে আত্ম-প্ৰণয়াত্মক অভ্যাসত ৰত ছোৱালীয়ে কেতিয়াবাহে মুকলি মনৰে ফুৰিবলৈ বা আন ছোৱালীৰ সমাজত স্বাভাৱিকভাবে চলা-ফুৰা কৰিবলৈ সাহ কৰিব পাৰে।

অতপৰ তুমি চাগে মনে মনে ভাবিছা যে মই কাৰ ক'ত কি অভ্যাস বা কি হ'ল—এই পৰচৰ্চ্চা আৰু কিমান কৰোঁ! ইয়াৰ কিবা প্ৰতিবিধান আছেনে নাই—সেইটোও বোধকৰোঁ মুখেৰে খুলি নকলেও পেটে পেটে ভাবিছা। অপ্ৰিয় হলেও কম, অলপ হলেও তুমি শুনিব লাগিব।

এতিয়া কথা হৈছে যাৰ ইন্দ্ৰিয়-প্ৰবৃত্তি অদম্য হয় তেওঁ অৱসৰ সময়ত (এনেয়ে থকা সময়ত) কোনো হৃদয়গ্ৰাহী—প্ৰিয়-বিষয়ৰ ( Hobby ) চৰ্চ্চা কৰা উচিত—আৰু যি Hobby নহওক তাতেই মন পুতি লগা উচিত। যদি কোনো জন আগেয়েই এই অভ্যাসৰ ( মৈথুন ) দাস হৈছে তেন্তে হতাশ হবৰো কোনো কাৰণ নাই। ইয়াৰ পৰা এনে কোনো মাৰাত্মক বিপদৰ সম্ভাৱনা নাই। শৰীৰৰ প্ৰণালীবোৰ ইমান লেউ-সেউ ( elastic ), এবাৰ অভ্যাসটো এৰিলে বহুত দিন মৈথুন কাম কৰাৰ পাচতো সিহঁতৰ পূৰণ হয়। তুমি শুনি আচৰিত নহবা যে কেৱল গাভৰুৱেহে মৈথুনৰ বশীভূত, এনে নহয়;

কিছুমান বয়সপ্ৰাপ্ত নাৰীও ইয়াৰ অধীন। এইটো জানিবা—যিবোৰ বয়সপ্ৰাপ্ত নাৰীয়ে এই অভ্যাসৰ প্ৰতি তোমাৰ আসক্তিৰ কথা শুনি হয়তো হাতভৰি কোঁচায়—তেওঁলোকেও হয়তো গাভৰু কালত এই অভ্যাসৰ দাস আছিল আৰু তেওঁলোকৰ অতীত অপৰাধৰ চৈতন্যৰ ( Consciousness ) কাৰণেই বোধকৰোঁ এনে সংকীৰ্ণ-চিত্ত হৈ পৰে।

গাভৰু কালত মৈথুনাসক্ত হৈ, বৰ্ত্তমানত সুখৰ জীৱন উপভোগ কৰি স্বাস্থ্যৱান সন্তান লাভ কৰি জীৱন নিয়মীয়া কৰা নাৰীৰো বহুত দৃষ্টান্ত আছে; আৰু তেওঁলোকে নিজৰ অভ্যাস সংশোধন কৰি এতিয়া সংযত-ভাৱে জীৱনৰ সকলো ভোগ-বিলাসৰ পৰাও বঞ্চিত হোৱা নাই বা উপভোগ কৰিব নোৱাৰি হা-হুতাশ পেলোৱা নাই। মোৰ অৱশ্যে ধৰ্ম্ম-ব্যাখ্যা কৰিবৰ শক্তিও নাই আৰু ইচ্ছাও নাই। কিন্তু এটা কথা নকলে বোধ কৰোঁ অন্যায় হব—যে এই বিষয়ৰ ধৰ্ম্মশিক্ষা নিশ্চিতৰূপে নিষ্ঠুৰ আৰু বিপদজনক নহলেও উপকাৰী নহয়।

কোনো কাৰণতেই বা কথাতেই হীনতাৰ নমনীয় ভাব বা অপৰাধী মনোভাব পোষণ কৰিব নেলাগে। বিজ্ঞাপনৰ প্ৰচাৰ, নাইবা অজ্ঞ চিকিৎসক আৰু মুখেৰে মঙ্গলাকাঙ্খী বন্ধুৰ কাষৰ পৰা আঁতৰত থাকিবলৈ যত্নৱতী হোৱা উচিত। কাৰণ তেওঁলোকৰ ঔষধ আৰু প্ৰতিকাৰবোৰ মূল্যহীন, ই কেতিয়াও কোনো সহায়ত নাহে! মুঠৰ ওপৰত চেষ্টাৰ দ্বাৰাই এই



অভ্যাস এৰিব লাগিব। এবাৰ-দুবাৰ বিফল হব পাৰে; কিন্তু পুনঃ-পুনঃ চেষ্টাত বিফল হোৱাৰ কোনো কাৰণ নাই। যদি ভালকৈ বুজে তেন্তে ধৰ্ম্মৰ সহায় লোৱাতো আপত্তি নাই; কিন্তু পাপৰ কাৰণে ধৰ্ম্মক প্ৰায়শ্চিত্ত বুলি নলবা। অত্যন্ত ইন্দ্ৰিয়-পৰায়ণতাক দমন কৰিব নোৱাৰিলে আৰু নিজে মৈথুনৰ পৰা অব্যাহতি নেপালে এজন উপযুক্ত চিকিৎসকৰ ওচৰ চপা উচিত। তেওঁ ( বিনাশৰ ভবিষ্যৎবাণী কৰা ধৰ্ম্মাত্মক আৰু ভ্ৰমাত্মক আগ্ৰহ আৰু নিবিড় অজ্ঞানতাৰে এই অভ্যাস শাৰীৰিক শান্তিৰে ভাল হব বুলি ভবা মাক-বাপেক আৰু শিক্ষকতকৈ ) ভালদৰে সহায়ত আহিব।

দ্বিতীয় কথা—মাক-বাপেকক লৈ। এনে অভ্যাসত অভ্যস্ত হোৱা ছোৱালীৰ জনক-জননীৰ চিন্তা বহুত। এনে ধৰণৰ প্ৰশ্ন কৰা শুনা হৈছে বিবাহে,—অৰ্থাৎ বিয়া হৈ গল—সহজ-প্ৰিয় ( Hetero-Sexual ) জীৱন ধৰা হৈছে—অভ্যাসটো ভাল কৰিবনে নকৰে আৰু দীৰ্ঘদিন ব্যাপি মৈথুনাসক্ত ছোৱালী সন্তোষজনক ভাৰ্য্যাত পৰিণত হব পাৰিবনে নোৱাৰে? দ্বিতীয় প্ৰশ্নৰ উত্তৰ প্ৰথমেই দিব পাৰি। মৈথুনকাৰীয়ে কিয় সঙ্গমপ্ৰিয় জীৱন উপভোগ নকৰিব—তাৰ কোনো কাৰণ নাই; তেওঁলোকে মৈথুন কৰি উত্তেজিত কৰা লিঙ্গবোৰৰ তৃপ্তি-সাধন সাধাৰণতে আশা কৰে। বিবাহত এই তৃপ্তি সাধিত হলেই তেওঁলোক সন্তোষজনক ভাৰ্য্যাত পৰিণত হব পাৰে। স্বামীৰ সামান্য সহানুভূতি আৰু

মনোভাৱ লৈয়েই (ভাৰ্য্যা অতিশয় Neurotic নহলে) তেওঁৰ স্বভাৱ নিশ্চয় সুন্দৰ আৰু নিৰ্ম্মল হব। বৰ্ত্তমান নৈতিক বিধান থকাৰ কাৰণে, বিবাহৰ বাহিৰে অন্যভাবে সঙ্গমলোভী জীৱন গাভৰুক কেতিয়াও বিধান দিব নেলাগে যা এনে বিধান হব নোৱাৰে।

তুমি বা তোমাৰ লগৰীবিলাক—যাৰ অৱশ্যে যৌনপ্ৰৱণতা নাই,—ভাবিছা মই মৈথুনৰ বিষয়ে অনাৱশ্যক ইমানখিনি লিখিছোঁ; কাৰণ তোমালোকে কৰা আমাৰ ছোৱালীৰ মাজত এনে প্ৰথা নায়েই। কিন্তু কথাটো তোমালোকে যিমান লঘু বুলি ভাবিছা তেনে নহয়। মই প্ৰমাণ দি বিশ্বাস জন্মাব পাৰোঁ, যে এই অভ্যাস ছাত্ৰী, ধাত্ৰী, শিক্ষয়িত্ৰী আৰু তথাকথিত নাৰীৰ মাজত বেছি সাধাৰণ হৈ পৰিছে। ই প্ৰত্যেক নিজ নিজ শ্ৰেণীৰ ভিতৰতো খাটে।

দিনত সপোন দেখাটো মুনিহ তিৰোতাৰ স্বাভাৱিক কথা। ইয়াৰ পৰা শাৰীৰিক বা মানসিক কোনো বিকাৰ নহয়। হেভ্‌লক এলিছে কয়—"পৱিত্ৰ জীৱন যাপন কৰা আৰু মৈথুনৰ দ্বাৰা পশ্চাদ্ভাবিত হোৱা শিষ্টাচাৰী ভাৱ-প্ৰৱণ যুৱক-যুৱতী এই অভ্যাসত প্ৰায়েই অভ্যস্ত হয়। এইবোৰ মানুহৰ এনে অৱস্থাত, ইয়াক একেবাৰে স্বাভাৱিক বুলি ভাবিব লাগিব—কাৰণ ই যৌন-প্ৰকৃতিৰ অপৰিহাৰ্য্য ফল।" সাধাৰণতঃ বিয়াৰ লগে লগে সপোন দেখাৰো অন্ত হয়। আচল কথা,—যৌন-সম্বন্ধৰ দিনৰ আৰু



ৰাতিৰ সপোনবোৰ সাধাৰণ ঘটনা, আৰু বিবাহেই ইয়াৰ কাৰ্য্যকৰী প্ৰতিষেধক।

আচল কথা হ'ল—কেনেকৈ নিজৰ মন আৰু শৰীৰ ভালে ৰাখিব লাগে। সেইটো কাকো—অৰ্থাৎ তোমালোকৰ বয়সৰ ছোৱালীক—কোৱাৰ আৱশ্যক মই দেখা নাই; কাৰণ তোমালোকে সকলো জানা। কিন্তু আচল কথা হৈছে, জানিও তোমালোকে নজনাৰ ভাও জোৰা, বা পাহৰি যোৱা। এইটোহে আটাইতকৈ মাৰাত্মক বিষয়। যৌৱনেই যে সন্তানোৎপাদনৰ বিশিষ্ট সময়, এইটো বোধহয় আৰু তুনাই নকলেও হয়। সেই কাৰণেই এই যৌৱন বৰ গুৰুত্বপূৰ্ণ সময়। যাতে যৌৱন-ৰক্ষা হয়, প্ৰকৃত যৌৱন যাতে লাভ কৰিব পাৰি, আৰু যৌৱন ব্যাধিশূন্য হয়, তাকে কৰাই একান্ত কৰ্ত্তব্য। যদি যৌৱন প্ৰকৃত স্বভাৱৰ অনুযায়ী সুস্থ অৱস্থাত থাকে তেতিয়া হলে সন্তান-সন্ততি সুস্থ আৰু সুখী হব।

যি বৃত্তিৰ পৰিচালনাৰ পৰা এই মানৱ-জীৱনৰ উৎপত্তি, সেই বৃত্তিক লজ্জাকৰ, হেয়, নীচ আৰু গৰ্হিত কাম বুলি নেভাবি ইয়াক জীৱনৰ গুৰুতৰ, বিশেষ দায়িত্বপূৰ্ণ আৰু বিশেষ প্ৰয়োজনীয় কাম বুলিয়েই মানুহ মাত্ৰেই লোৱা উচিত। এনে দায়িত্ববোধ হৃদয়ত পোষণ কৰিলে ইন্দ্ৰিয়-বৃত্তিৰ অত্যধিক পৰিচালনা আৰু অত্যাচাৰ সততে নঘটে আৰু এনে নহলেই শৰীৰ ব্যাধি-মন্দিৰত পৰিণত নহয়; মন আৰু শৰীৰো সুস্থ অৱস্থাত থাকে। নিজৰ মন সুস্থ অৱস্থাত

থাকিলে সন্তানৰো মন আৰু শৰীৰে সুস্থ অৱস্থা পাব পাৰে। এই কথাটো সকলোৱে জানে; তথাপি বহুতেই ইন্দ্ৰিয়-বৃত্তিক প্ৰশ্ৰয় দি হৃদয়, মন আৰু শৰীৰৰ শান্তি আৰু সুখ নষ্ট কৰে। ইন্দ্ৰিয়-প্ৰবৃত্তিয়েই শৰীৰ আৰু মন নষ্ট কৰাৰ প্ৰধান ফল; সেই কাৰণে এই বৃত্তিক নিয়মৰ বান্ধোনৰে ৰাখিব পাৰিলে অইন অত্যাচাৰ হলেও—শৰীৰ আৰু মন সহজে নষ্ট নহয়।

মই তোমাক সন্তানে পাঁচ বছৰ পোৱালৈকে কেনে অৱস্থা হয় আৰু সিহঁতৰ যৌনাকাঙ্ক্ষা কি হয় ডাঃ ফ্ৰয়েডৰ মতৰেই তোমাক আগতে কৈ আহিছোঁ। এতিয়া ৫ বছৰৰ পাচৰ পৰাই যে পিতা-মাতাই সন্তানৰ প্ৰতি তীক্ষ্ণ দৃষ্টি ৰখা উচিত, তাকেই অলপ কওঁ বুলি ভাবিছোঁ। ৫ বছৰীয়া ছোৱালীয়ে ইন্দ্ৰিয়-প্ৰবৃত্তি কি নুবুজিও—ইয়াৰ উত্তেজনাত সুখ বোধ কৰে আৰু এনে উত্তেজনা ভাল পায়। এই পৃথিৱীত এনে অনেক আছে যি এই অকণমানি ছোৱালীৰ ইন্দ্ৰিয়-প্ৰবৃত্তি উত্তেজিত কৰি সুখ পায়; কোনোৱে অৱশ্যে নেজানি ধেমালিতে এনে কৰে। এনেকুৱা কৰাৰ ফলত শেহত সিহঁতো ইন্দ্ৰিয়-প্ৰবৃত্তিৰ অধীন হৈ পৰে। ইয়াৰ পৰাই, অকালতে যৌৱন দেখা দিয়েই ক্ষান্ত নহয়, লগে লগে মন আৰু শৰীৰকো ব্যাধি-মন্দিৰ কৰি তোলে।

এনে আচৰণকাৰী লৰা-ছোৱালীৰ সঙ্গদোষে যি সিহঁতৰ সমনীয়া বিলাকক চোৱে এনে নহয়, সিহঁত নিজেই আত্ম-বিচাৰত নিমগ্ন হয় আৰু লগে লগে এই ইন্দ্ৰিয়-চৰিতাৰ্থৰ



চিন্তাই সিহঁতৰ কোমল মন আচ্ছন্ন কৰি পেলায়। সেই কাৰণেই পিতৃ-মাতৃৰ কৰ্ত্তব্য—সৰু ছোৱালীৰ মনলৈ বিশেষ মনোযোগ দিয়া, আৰু তেনে কৰিলে বিপদৰ আশঙ্কাৰ পৰা আঁতৰত থাকিব পাৰি। কেৱল লগৰীয়া বাছনিয়েই নহয়, সৰু লৰা-ছোৱালীক লৰাকালৰ পৰা নীতি উপদেশ দিয়া কৰ্ত্তব্য, যাতে ভাল কাম কৰিবলৈ সিহঁতৰ আগ্ৰহ হয়। সিহঁতক সদায় উৎসাহ দি, ভাল কাম কৰিলে পুৰস্কাৰ আদি দিলে, সৎ কামলৈ ধাউতি বাঢ়ে।

লৰা-ছোৱালীয়ে যেতিয়া কিশোৰ অৱস্থা পায়, তেতিয়া আৰু বেছি সাৱধান হোৱা উচিত। কাৰণ যৌৱন পোৱাৰ আগতেই কিশোৰকাল আৰু এই সময়তে যৌৱন-সুখ-লালসাত মত্ত হৈ, যৌৱনক যিমান সোনকালে পাৰি নিজত ফুটাবলৈ সিহঁতৰ এটা অজানিত চেষ্টা হয়। তেতিয়াই মন সৎ পথৰ পৰা পিচলি অসতত ভৰি দি যৌৱন-লালসাত মত্ত হয়। এইখিনিয়েই লৰা-ছোৱালীৰ উন্নতিৰ সন্ধিস্থল। এইখিনিত পিতৃ-মাতৃয়ে চকু মুদি নাথাকি বিশেষ সাৱধান নহলে লৰা-ছোৱালীৰ শৰীৰ আৰু মন দুয়ো অধঃপাতে যায়। সিহঁতৰ বুদ্ধিৰ অপৰিপক্কতাৰ দোষত—সিহঁতে ভাল বেয়া বিচাৰ কৰিব নোৱাৰে। ইন্দ্ৰিয়-প্ৰবৃত্তিৰ সুখ আছে বুলি ভাবিয়েই আৰু তাত মত্ত হৈ, সিহঁতে সকলো হিতাহিত জ্ঞান বিস্মৃত হয়। লগে লগে ইন্দ্ৰিয় প্ৰবৃত্তিক প্ৰশ্ৰয় দি কৈশোৰতে যৌৱনক টানি আনে। সেই কাৰণেই পিতৃ-মাতৃয়ে সাৱধানে

ৰাখিলে, কু-সঙ্গত লগ লাগিবলৈ নিদিলে, ইন্দ্ৰিয়-প্ৰবৃত্তিৰ উপন্যাস আৰু কিতাপ আদি পঢ়িবলৈ নিদিলে, আৰু সদায় চকু ৰাখিলে অনেক সময়তে লৰা-ছোৱালীয়ে কৈশোৰ কালত প্ৰলোভনৰ পৰা হাত সাৰিব পাৰে আৰু যেতিয়ালৈকে যৌৱন থাকে তেতিয়ালৈকে সৰল চিত্তৰেই থাকে। সেই কাৰণে ইউৰোপীয় সমাজত বহুত বয়সীয়াল নাৰীকো ছোৱালী যেন আমি দেখিবলৈ পাওঁ!

কৈশোৰ বয়সলৈকে লৰা-ছোৱালীক সৎপথত ৰাখি, নীতি উপদেশ দি, সিহঁতৰ শৰীৰ আৰু মন সুস্থ ৰখা পিতৃ-মাতৃৰ প্ৰধান আৰু প্ৰথম কৰ্ত্তব্য। কিন্তু যৌৱনৰ আবিৰ্ভাৱ হোৱাৰ লগে লগে তেওঁবিলাকৰ দায়িত্বৰ কিছু লাঘৱ হয়। তেতিয়া ডেকা বা গাভৰুৱে নিজ চেষ্টা আৰু অধ্যৱসায়ৰ দ্বাৰা ভালে নেথাকিলে আন কোনেও ভালে ৰাখিব নোৱাৰে। যৌৱন যেনে সুখৰ সময়, সেইদৰেই ই ভয়ানক বিপদৰ সময়। যৌৱন বৰ সুখদায়ক, কিন্তু ঠিক তেনেকৈয়ে দুখদায়কো। যৌৱনত যৌৱনৰ দায়িত্ব নুবুজি চলিলে বয়সত দুখৰ সীমা নোহোৱা হয়, প্ৰতিদিন মৃত্যু-কামনা কৰিব লগাত পৰে; আৰু মৃত্যু হলেই সকলো দুখৰ অৱসান হব বুলি ভাবে।

এতিয়া তোমাক বহুত কথা কলোঁ; বোধকৰোঁ লিখিব নলগা কথাও লিখিলোঁ। ইয়াৰ পৰাই তুমি তোমাৰ সৎসঙ্গ বাছি লোৱা; অসতৰ পৰা আঁতৰি থকা মানেই বিপদৰ পৰা আঁতৰি থকা বলি বুজিবা।



অসতৰ পৰা আঁতৰত থকা যেনে কৰ্ত্তব্য, অসৎ চিন্তাও মনৰ পৰা দূৰ কৰা কৰ্ত্তব্য। মনতকৈ মানুহৰ আৰু ডাঙৰ শত্ৰু নাই। মনে যে মানুহক কেতিয়া কলৈ লৈ যায় তাৰ স্থিৰতা নাই। মানুহে বহুত সময়ত মনৰ খেলা বুজিব নোৱাৰি অপাৰ পাপ-সাগৰত নিমগ্ন হয়। সেই কাৰণেই তোমাক কৈছোঁ—মনক বিশ্বাস নাই। মনক সদায় অধীন ৰাখিবৰ চেষ্টা কৰাই কৰ্ত্তব্য। মনক বান্ধিব পাৰিলে সহজে ইন্দ্ৰিয়-লালসাত ভোল যোৱাৰ ভয় নাই।

এতিয়া কথা হল মনক কেনেকৈ বান্ধি ৰাখিব পাৰি—নহয় জানো বাৰু? ইও হল এটা বিষম সমস্যা। এই সমস্যা আচলতে আমাৰ হীৰামন ককাইদেৱেহে সমাধা কৰিব পাৰিব। তথাপি তেওঁৰ বক্তৃতাৰ পৰা শুনা আৰু আমাৰ অধ্যাপক শ্ৰীযুত মহেশ গোস্বামীৰ সমালোচনাৰ পৰা গোটোৱা কথাদিয়েককে কওঁ দেই। তেওঁলোকে কয় মনক আয়ত্ব কৰিবৰ প্ৰধান উপায়—সদায় কোনো এটা কামত লাগি থকা। সেই কামত একেবাৰে গা-ঢালি দিব পাৰিলেই বেছি ভাল বোলে। মন যদি কোনো এটা কামত ব্যস্ত থাকে তেতিয়া হলে সেই কামতে মন নিযুক্ত থাকিব আৰু অইন কোনো চিন্তালৈ ধাউতি নহব। সময় পালেই মন বাজে চিন্তাত নিমগ্ন হয়—তেতিয়াই লাহে লাহে মনত কল্পনা-ৰাজ্যৰ বিস্তাৰ হয়। অনৰ্থক চিন্তাত শৰীৰৰ স্নায়ুমণ্ডলীৰ অপকাৰ হয় আৰু তাৰ পৰাই শৰীৰৰ ক্ষতি হয়। সাধ্যমতে চেষ্টা

কৰি অনৰ্থক চিন্তাক মনৰপৰা আঁতৰাব লাগে—কাৰণ চিন্তাৰ সমান ৰোগ নাই।

অৱশ্যে মই তোমাক কব খোজা নাই যে কেৱল ইন্দ্ৰিয় প্ৰবৃত্তিৰ বিষয়েইহে নিয়মানুসাৰে চলিব লাগে—সংসাৰৰ সকলো বিষয়তে এনে হোৱা যুগুত। সমস্ত বিষয়তে নিয়মীয়া নহলে যৌৱন ৰক্ষা কৰা আৰু শৰীৰ আৰু মনক সুস্থ ৰখা, সুস্থ সন্তান বিচৰা—দুৰাশা মাত্ৰ।

জীৱনৰ গূঢ়তৰ ৰহস্যৰ কথা ব্যাখ্যা কৰা মোৰ নিচিনা মানুহৰ পক্ষে সহজ কাম নহয়। মই মাত্ৰ দুই-এটি কথাহে উল্লেখ কৰিলোঁ। এই বিষয়ে যিমানেই চৰ্চ্চা হয় সিমানেই মঙ্গল, কাৰণ মই আগতেই কৈ আহিছোঁ আমাৰ নৰ-নাৰী নিজৰ বিষয়ে প্ৰায় অন্ধ। যেতিয়ালৈকে তেওঁলোকে জীৱনৰ দায়িত্ব, যৌৱনৰ গুৰুত্ব বুজিব নোৱাৰিব তেতিয়ালৈকে আমাৰ মঙ্গল নাই, তেতিয়ালৈকে আমি কেনে ভাৱে জাতি গঠন কৰিব লাগিব নুবুজিম আৰু দহৰ আগত হেয় হৈ থাকিব লাগিব।

আজি বহুত কথা লিখিলোঁ, তোমাৰ চাগৈ ধৈৰ্য্যচ্যুতি হৈছে; কিন্তু কি কৰিম, মনৰ আৱেগত এনে হৈ পৰিছে। নাৰী তুমি—তোমাৰ জাতিৰ দুৰ্দ্দশা উপলব্ধি কৰি, নিজ নিজ দায়িত্ব বুজি আৰু বুজাই, তোমাৰ এই নিচলা দেশক এবাৰ জগোৱা, এবাৰ আশাৰ সঞ্চাৰণি পানী ছতিওৱা—এয়ে মোৰ আশা আৰু সেই বাবেই এই দীঘলীয়া চিঠি। আজিলৈ আহোঁ দেই। ইতি— তোমাৰ—ককাইদেউ



মৰমৰ ভনীটি হঁলা,

তোমাৰ চিঠি পঢ়ি সঁচাকৈয়ে দুখ পালোঁ। তোমাৰ হৃদয়ৰ অনুভূতি সঁচাকৈয়ে প্ৰাণস্পৰ্শী। আমাৰ দেশৰ নাৰীৰ দুৰ্দ্দশাৰ কথা শুনি শুনি মনত বৰ ধিক্কাৰ লাগিছে। তুমি লিখিছা দেশাচাৰৰ ঘোৰ বান্ধোনত পৰি তোমালোক আজি প্ৰাণহীন, স্পন্দনহীন। কিন্তু তোমালোকৰ এই দুৰ্দ্দশাৰ কাৰণে দায়ী কোন? দায়ী আমি পুৰুষবিলাক নহয়নে? ক্ষন্তেকৰ কাৰণেও নেভাবোঁ আমাৰ সুখ-দুখৰ লগৰী সেবাব্ৰতা ভগিণীহঁতৰ কথা। আমি পাহৰি যাওঁ আমাৰ বাই-ভগিণীহঁতৰ—যিবিলাকে কালিলৈ মাতৃত্ব বৰণ কৰিব—তেওঁলোকৰ শিক্ষাৰ বিষয়ে। শিক্ষিতা মাক নহলে শিক্ষিত সন্তান উপজিব নোৱাৰে। সেই কাৰণেই কয়

—"মাতৃয়েই জাতি"। এই জাতি গঢ়ি তুলিবলৈ আগতে উপযুক্ত মাতৃ গঢ়ি তুলিব লাগিব। কিন্তু দুখ লাগে—আমাৰ দেশ, য'ত মাতৃৰ পূজা নাই, সি আকৌ এটি জাতি গঢ়ি তুলিব! জগতত যি জাতিয়ে মাতৃক পূজা কৰা নাই, সেই জাতিয়েই সাধাৰণতঃ জগতৰ চকুত হীন।

সকলো জাতি আজি জগতত বৰেণ্য হৈছে—মাতৃজাতিক পূজা কৰি। এই শক্তিমূৰ্ত্তিৰ অৱমাননাই জাতিৰ ধ্বংস। সেই কাৰণে, ভনীটি, তোমালোকৰ মুখলৈ গোটেই জাতিয়ে সতৃষ্ণ নয়নে চাই আছে। ভিক্ষা—এই মৰণাপন্ন জাতিৰ উত্থান—আৰু যাতে তোমালোক সাহসী, বীৰাঙ্গনা হৈ এই জাতিটো গঢ়ি তুলিব পাৰা। তাৰ কাৰণেই ইমান ব্যাখ্যা। চিঠি দীঘল হৈছে বুলি খং নকৰি ক্ষমা কৰিবা। ক্ষমা —তোমালোকৰ নীতি, সহিষ্ণুতা—তোমালোকৰ ধৰ্ম্ম। পৱিত্ৰতাত পূৰ্ণ তোমাৰ বয়স। এই উচ্চ আদৰ্শৰ বাবে যেন দেহ-মন অৰ্পণ কৰা।

তুমি জানিছাই যে এই মানৱজাতিৰ জীৱনত বিবেক আৰু প্ৰবৃত্তিৰ সংগ্ৰাম অহৰহ চলিবই লাগিছে আৰু এই সংগ্ৰাম ইন্দ্ৰিয়-লালসাৰ বাহিৰে আন একোতেই ইমান তীব্ৰ নহয়। ইন্দ্ৰিয় ৰাজ্যৰ বাহিৰে আন ক'তো প্ৰবৃত্তিক দমাই ৰাখিবলৈ ইমান টান নহয়। প্ৰবৃত্তি আৰু বিবেকৰ সংগ্ৰামৰ পৰা উৎপত্তি হোৱা সমস্যাবোৰ সমাধান কৰাত সিহঁতক সহায় কৰিবলৈ, মানুহে একদফা আদৰ্শবিধি আৰু ধৰ্ম্ম-



সংক্ৰান্ত নিয়ম প্ৰণয়ন কৰিছে। এই বোৰৰ বহুতো বৈজ্ঞানিক মতে নিখুঁত আৰু সমাজৰ ভিতৰত থাকি নিয়মীয়া জীৱনৰ বাটত খোজ দিবলৈও আৱশ্যকীয়। এনে বিধি-নিয়ম যদিও সময়ত কিছু বিৰক্তিজনক হয় তথাপি তাক মানি চলাই যুগুত। আগতে বহুবাৰ তোমাক কৈ আহিছোঁ ইন্দ্ৰিয়-লালসা কদৰ্য্য, অশুচি বা পাপ-জনিত নহয়—ই বংশ বা জাতি-ৰক্ষাৰ কাৰণে এটি আৱশ্যকীয় অঙ্গ। এটি সামান্য বীজৰ পৰা এজোপা গছ লহপহকৈ বাঢ়ি সুগন্ধি ফুল আৰু সুমধুৰ ফলযুক্ত দৃশ্যতকৈ, বা অণুবীক্ষণীয় ওভামৰ ( ovum ) পৰা বাঢ়ি হোৱা শাৰীৰিক আৰু আধ্যাত্মিক শক্তিসম্পন্ন প্ৰতিভাতকৈ, কি অধিকতৰ আশ্চৰ্য্য সৃষ্টি ভাবিব পাৰা?— বা প্ৰকৃতিৰ কাৰণে কিহে আমাৰ প্ৰশংসাৱলী বঢ়াই তুলিব পাৰে?

ইন্দ্ৰিয় জীৱনৰ আৱশ্যকীয় অঙ্গ ( factor ) হোৱাৰ কাৰণে ইয়াৰ শাৰীৰিক আৰু আধ্যাত্মিক প্ৰকাশবোৰে স্বাভাৱিক ঘটনা বুলি ধৰিব লাগিব। যৌন-ইচ্ছা বা কাম-প্ৰবৃত্তি সকলো মানুহৰ যৌৱনকাল পোৱাৰ পৰা সচৰাচৰ জীৱনৰ অন্তলৈকে থাকে।

মৰণং যাবৎ কামো ন জহাতি

বা

আমৃত্যুঃ ন জহাতি কামঃ

গতিকেই ইয়াক সাধাৰণ ঘটনা বুলি বিবেচনা কৰিব

লাগে। ইয়াৰ অৰ্থ এয়ে নহয় যে তুমি কৃত্ৰিমভাৱে যৌন-ইচ্ছাক সৃষ্টি কৰিবা বা এই ইচ্ছা অনুভৱ কৰিলেই ইয়াক সন্তুষ্ট কৰিবা। এনে কৰিলে তোমাক ই টানি জন্তুৰ শাৰীলৈ নিব; কাৰণ মানৱ-জাতিৰ—বিশেষকৈ নাৰীৰ—যৌন-লালসা চৰিতাৰ্থ কৰা কথাই, প্ৰবৃত্তিৰ বাহিৰেও আন আন বিষয়বোৰ টানি আনিব। বিবেক আৰু প্ৰবৃত্তিৰ সংগ্ৰাম সকলো মানুহতে খাটে; কিন্তু ডেকা-গাভৰুৰ সময়ত ই প্ৰলয়ঙ্কৰ হৈ উঠে। ডেকাকালত, ডেকা-গাভৰুৰ আত্মসংযম আৰু বিচাৰ-বৃত্তিৰ সম্পূৰ্ণ বিকাশ নহয় আৰু কোন অৱস্থাত কেনেকৈ চলিব লাগে তাৰ মীমাংসাৰো অভিজ্ঞতা নেথাকে।

যৌন-কাৰ্য্যাৱলীৰ লগত সম্বন্ধ থকা শৰীৰৰ আনবোৰ গঠন-প্ৰণালীৰ ওপৰতো প্ৰবৃত্তিয়ে এক প্ৰকাৰ শক্তিশালী প্ৰভাৱ বিস্তাৰ কৰে। সেই কাৰণেই উৎপাদনক্ষম অঙ্গত থকা শাৰীৰিক উত্তেজনাৰ দ্বাৰা বিপৰীত লিঙ্গৰ ( Sex ) প্ৰতি ইচ্ছা যদিও যৌৱনাৱস্থাত ছোৱালীৰ পক্ষে অসাধাৰণ নহয়, তথাপি ইয়াৰ বাহিৰেও আন বাটেদি বা উপায়েৰে কাম-প্ৰবৃত্তি প্ৰকাশ পায়। এইবোৰ প্ৰবৃত্তিক—অভিজ্ঞতা উপেক্ষা বা ৰোষ-প্ৰৱণতা আদিৰ মাজেদি—অস্পষ্ট আৰু উদ্বিগ্ন ইন্দ্ৰিয়বৃত্তি যেন দেখা যায়। যদি যৌন-প্ৰবৃত্তিক প্ৰকৃত অৰ্থত বুজা যায়, তেন্তে ই ছোৱালীক নিজৰ কাম বা সচৰাচৰ বিষয়ত মন সন্নিবিষ্ট কৰাত অক্ষম নকৰালৈকে ইয়াক বিধি-বহিৰ্ভূত বুলি ধৰা সমীচীন নহয়।



কিন্তু দুৰ্ভাগ্যবশতঃ যিবিলাক গাভৰুৱে তেওঁলোকৰ অতিপাত ইন্দ্ৰিয়-প্ৰবৃত্তিত অতিষ্ঠ হৈ পৰে আৰু ইয়াৰ প্ৰবল অনুৰাগ দমাব নোৱাৰে, তেওঁলোকলৈ মোৰ সানুনয় নিৱেদন যে তেওঁলোকে যেন মনোমুগ্ধকৰ খেলা-ধূলা, সামাজিক আচাৰত বেছি সময় প্ৰফুল্ল মনৰে কটাবলৈ যত্ন কৰে; এনে মানসিক প্ৰবৃত্তিৰ পৰা ৰক্ষা পাবলৈ যত্ন কৰাৰ লগে লগে প্ৰবৃত্তিক দমাবলৈ যত্নৱতী হোৱা উচিত।

জীৱনৰ আৰম্ভতে ( আগভাগে ) এনেবোৰ অভ্যাসৰ কাৰণে যদি উৎসাহ বৃদ্ধি হয় তেতিয়া হলে আন আন যৌন-প্ৰবৃত্তিবোৰৰ হাতৰ পৰা ৰক্ষা পাবলৈ সহজ হয়। আনহাতে যদি গাভৰুৱে কেৱল ইন্দ্ৰিয়-লালসাৰ বিষয়েই বেছি চৰ্চ্চা কৰে—কিতাপ পঢ়িয়েই হওক বা আন বন্ধু-বান্ধৱীৰ লগত সমালোচনা কৰিয়েই হওক,—তেতিয়া এই প্ৰবৃত্তি বৃদ্ধি পায় আৰু সকলো উদ্যম উৎসাহ কেৱল মাত্ৰ এই একে চিন্তাতে অন্তৰ্নিহিত হয়।

ইয়াৰ পৰা তুমি কিন্তু মোক ভুল নুবুজিবা যে মই তোমাৰ আৰু তোমাৰ বান্ধৱী সকলক সকলো প্ৰকাৰৰ বাসনা মনৰ পৰা দূৰীভূত কৰিবলৈ কৈছোঁ; কাৰণ সাধাৰণ অনুভূতি দমনে অস্বাভাৱিক বাটলৈ নিয়ে আৰু ব্যক্তিগত ভাৱে গাভৰুৱে বিবাহ আৰু মাতৃত্ব ভাল পোৱাৰ পৰা, অৰ্থাৎ মাতৃত্বৰ দায়িত্বৰ বোজা মূৰত লোৱাৰ পৰা, নিজক আঁতৰাই নিয়াৰ বাটলৈ টানি নিয়ে। যদি এই লালসাক

দমাব নোৱাৰা, তেতিয়া হলে চেতন পাবা—যেতিয়া ব্যৰ্থতাই আহি তোমাৰ সকলো সুখৰ স্বপ্ন ছাৰখাৰ কৰিব।

তুমি বিচাৰিছা মোৰ ব্যক্তিগত মতামত কি। অৱশ্যে মোৰ ব্যক্তিগত মতামত জনাবৰ ইচ্ছা নাছিল, তথাপি তোমাৰ আগ্ৰহৰ কাৰণে দুই-চাৰি কথা নিলিখিলে তুমি আভুৱা ভাবিছে বুলি ভাবিবা বুলিয়েই লিখিলোঁ।

প্ৰথম আৰু প্ৰধান হৈছে—জনন প্ৰবৃত্তি জীৱনৰ আৱশ্যক অঙ্গ আৰু ইয়াৰ প্ৰকাশ স্বাভাৱিক। কাম-প্ৰবৃত্তি ঋতুস্নান পোৱাৰ পৰা বেলেগ বেলেগ অৱস্থাত জীৱনৰ শেষলৈকে থাকে; ই প্ৰত্যেক মানুহৰ গাত বিভিন্ন ভাৱে আৰু বিভিন্ন প্ৰকাৰে প্ৰকাশ পায়। কিছুমানৰ উত্তেজনা বৰ প্ৰবল—কোনোৰ বৰ প্ৰবল নহয়; কাৰো আকৌ তেনেই কম।

ইয়াৰ ভিতৰতে বিশেষকৈ মন কৰিবলগীয়া কথা হৈছে—ঋতুস্নানৰ সময়ৰ পৰা যৌন-প্ৰবৃত্তি প্ৰকাশ পালেও জননেন্দ্ৰিয়ৰ অঙ্গবোৰ যৌৱন-সুলভ পৰিপুষ্টি নোহোৱালৈকে কাৰ্য্যকৰী শক্তি ৰহিত হৈ থাকে আৰু শৰীৰৰ আন আন অঙ্গবোৰৰ সম্পূৰ্ণ বিকাশ হোৱাৰ পাচতহে ইয়াৰ পৰিপুষ্টি হয়।

তোমালৈ মই আগতেই লিখিছোঁ আৰু আজিও লিখিবলৈ বাধ্য হলোঁ যে আমাৰ মাজত যি-সকলে পাশ্চাত্য সমাজৰ স্ত্ৰী-পুৰুষৰ সংমিশ্ৰণত নাৰীৰ পৱিত্ৰতা ৰক্ষাৰ উপায় আৰু সুযোগবিলাক নেজানে, মাত্ৰ হুজুগতে আমাৰ সমাজতো এনে



প্ৰথাৰ সৃষ্টি কৰিব খোজে, তেনে হুজুগত গা-ঢালি দিয়াত কোনো সহানুভূতি মোৰ নাই। তুমি জানা, পাশ্চাত্য নাৰীয়ে স্বাধীনভাৱে ফুৰে—কাৰণ পাশ্চাত্য নাৰী স্বয়ম্বৰা—আৰু সেইটোৱেই তেওঁলোকৰ উন্নতিৰ উচ্চতম সোপান। আমাৰ আৰু পাশ্চাত্য সমাজৰ মাজত মূল-নীতি আৰু উদ্দেশ্যৰ বহুত প্ৰভেদ। সেই কাৰণে আমাৰ দেশত পাশ্চাত্য অনুকৰণত গঠিত সম্প্ৰদায় তিষ্ঠিব নোৱাৰে। সেই বুলি মই তোমাক কোৱা নাই যে তুমি ডেকাৰ সমাজলৈ নেযাবা বা ডেকাৰ ৰং-ধেমালিত যোগ নিদিবা। মই কৈছোঁ—মিলা, ৰং-ধেমালিও কৰা, ফুৰা-চকা কৰা; কিন্তু শাৰীৰিক সংস্পৰ্শত হোৱা প্ৰবৃত্তিক ত্যাগ কৰিবা। শাৰীৰিক সংস্পৰ্শ বোলোঁতে মই গাত চপৰিউৱা, টনা-আজোৰা কৰা, চুমা-খোৱা, কোলাত-লোৱা ইত্যাদিৰ কথাহে কৈছোঁ দেই। কাৰণ এই বোৰৰ পৰাই কাম প্ৰবৃত্তি বৰ্দ্ধিত হয় আৰু ইন্দ্ৰিয়-চৰিতাৰ্থৰ কামনাও বৃদ্ধি পায়। এনে আচৰণ আৰু অভ্যাসে কেতিয়াবা কেতিয়াবা এনে অৱস্থাতো পেলায়গৈ যে উপযুক্ত সহধৰ্ম্মিণী হোৱাৰ পৰাও বঞ্চিত হব লগা হয়, কাৰণ এওঁবিলাকে বিবাহৰ পাচতো ইন্দ্ৰিয়-লালসাৰ পৰিতুষ্টিহে বেছিকৈ কামনা কৰে।

জীৱনৰ আৰম্ভৰ লগে লগে সকলো স্বভাৱ-চৰিত্ৰ গঠিত হয়। আমাৰ কথাতেই কয়, 'যি মূলা বাঢ়িব তাৰ দুপাততে চিন'। সৰুকালত গঠিত হোৱা স্বভাৱেই ডাঙৰত তাৰ নিজৰ

স্বৰূপ দৰ্শায়। জীৱন অবিচ্ছিন্ন, আৰু সকুকালৰ অভিজ্ঞতা বাৰে বাৰে ঘটাৰ ফলত তোমাৰ জীৱনৰ অংশ-স্বৰূপ হয় আৰু শেষ জীৱনলৈকে স্থায়ীভাৱে থাকে। সেই কাৰণেই ছোৱালীবিলাকে সৰুৰে পৰা স্বাস্থ্যকৰ স্বভাৱবোৰ আয়ত্ব কৰিবলৈ শিকিব লাগে, আৰু লাগে তোমালোকৰ শাৰীৰিক আৰু মানসিক দুশ্চিন্তা দূৰ কৰি, নৈতিক বিধানত তোমালোকৰ নিজৰ জীৱন গঢ়ি তুলি, এটি পৰিয়ালকে কেন্দ্ৰ কৰি এটি জাতিক উদ্ধাৰ কৰাত সহায় কৰাৰ সঁজুলি। তোমালোকে এনে যোগ্যতা অৰ্জ্জন কৰিব লাগিব যাতে তোমালোকৰ নিজৰ সমস্যা তোমালোকৰ ভিতৰতে মীমাংসা কৰি লব পাৰা।

যত্র নাৰ্য্যাঃ পূজ্যন্তে বসন্তে তত্র দেবতাঃ
যত্রৈ তান্ত ন পূজ্যন্তে সৰ্ব্বান্তপ্ৰাফলঃ ত্ৰিয়া।

য'ত নাৰীৰ আদৰ নাই—য'ত স্ত্ৰীলোকে নিৰানন্দে অৱস্থান কৰে—সেই সংসাৰত ( ঘৰত ) আৰু সেই দেশত উন্নতিৰ আশা নাই।

এটা কথা মনত ৰাখিবা যে বংশ-ৰক্ষা, দেশ-ৰক্ষা, জাতি-ৰক্ষাৰ কাৰণেই বিবাহ শাস্ত্ৰ-বিহিত বৈধ অনুষ্ঠান। সেই কাৰণেই প্ৰত্যেক নাৰীয়েই অন্তৰত পুৰুষৰ প্ৰতি অনুৰাগ ৰাখি জীৱন ৰঞ্জিত কৰিব লাগে। এই যৌন ব্যৱস্থা ( system ) বৰ জটিল। সাধাৰণতঃ প্ৰবৃত্তি দমনে, বিপৰীত লিঙ্গৰ প্ৰতি আকৰ্ষণ থকা ইচ্ছাটো সিহঁতক ৰীতি-বিৰুদ্ধ



বাটলৈ নিব পাৰে। ইয়াৰ অতি সাধাৰণ প্ৰকাৰ হৈছে এজনৰ প্ৰেম আৰু যৌন চিন্তা একে লিঙ্গবিশিষ্ট আন এজনৰ প্ৰতি ঢাল খুউৱা। ইয়াক সমলিঙ্গকাম ( Homo-Sexuality ) বোলে। ভেদলিঙ্গকামৰ ( Hetero-Sexuality ) অৰ্থ হৈছে প্ৰেম বা ভালপোৱাৰ অনুভূতিবোৰ বিপৰীত লিঙ্গৰ প্ৰতি চালিত কৰা। Homo-Sexuality অস্বাভাৱিক—সেই কাৰণে সমাজৰ আৰু সমাজৰ লোকৰ নিন্দিত হৈছে। জনন-প্ৰকৃতিৰ ( Sex Function ) সাধাৰণ বিকাশৰ দোষত এনে হোৱাৰ কাৰণে ইয়াত অভ্যস্ত থকা মানুহৰ প্ৰতি সহানুভূতি দেখুৱাব নেলাগে ; সেই বুলি বিদ্ৰূপ বা নিন্দাও কৰিব নেলাগে। কাৰণ Homo-Sexualityত অভ্যস্ত হোৱা জনৰ প্ৰথম অৱস্থাত এইটো আদৰ্শ-বহিৰ্ভূত কাম বুলি জ্ঞান নাছিল আৰু ইয়াৰ প্ৰতিকাৰো যে ইমান সহজ আৰু উজু তাকো ভাবিবই নোৱাৰিছিল, আনকি শুনাও নাছিল। Homo-Sexual চিন্তা কেতিয়াবা মনলৈ আহিলে কঠোৰভাবে তাক দমাব লাগে। নিজে একো কৰিব নোৱাৰিলে উপযুক্ত চিকিৎসকৰ পৰামৰ্শ লব লাগে।

পূৰ্ণ যৌৱন অৱস্থা নোপোৱালৈকে আৰু স্কুল-কলেজৰ শিক্ষা সমাপ্ত নোহোৱালৈকে সকলো প্ৰেমৰ অনুৰাগ আৰু যৌন ব্যাকুলতা ত্যাগ কৰা উচিত। যিমানেই কাম-প্ৰবৃত্তি তীব্ৰ হব সিমানেই অসঙ্গত আৰু পিচত অনুশোচনা কৰিব লগীয়া গোপনীয় অনুতাপ গঠন হব।

আচল কথা হৈছে—বিবাহ আৰু মাতৃত্বৰ কাৰণে নিজক, নিজৰ শৰীৰ আৰু মনক উপযুক্ত কৰি তুলিব লাগিব।

আমাৰ দেশৰ আদৰ্শত নাৰীত্বৰ পৰাকাষ্ঠা হল মাতৃত্বত। সেই অপূৰ্ব্ব স্বাৰ্থ-লেশহীন, সৰ্ব্বংসহা, ক্ষমাস্বৰূপিনী মাতৃয়েই আমাৰ আদৰ্শ। তুমি যদি পাহৰি যোৱা নাই তেন্তে কওঁ শুনা। হিন্দুমতে মাক হবলৈ পোৱা নাৰী জীৱনৰ চৰম উদ্দেশ্য। সন্তানৰ কাৰণে জনক-জননীয়ে ৺ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিব লাগে। অভিশাপ, অসন্তোষৰ মাজত সংযমৰ অসমৰ্থতাৰ কাৰণে উত্তেজনা আদিৰ সুযোগত যাৰ জন্ম হয়, সেই বিলাকে সন্তানৰ পৰা কি আশা কৰিব পাৰি?

আমাৰ শাস্ত্ৰত কোৱা নাইনে—যে জন্মগত শুভাশুভৰ সংস্কাৰৰ পৰাই সন্তানৰ জীৱনত ভাল বেয়াৰ প্ৰভাৱ বিস্তাৰ কৰে। সেইকাৰণেই জন্মৰ পৰাই সন্তান হয় দেৱ, নহয় দানৱ। ইয়েই শাস্ত্ৰৰ মৰ্ম্ম।

শিক্ষা আৰু অন্যান্য পাৰিপাৰ্শ্বিক অৱস্থাই যে জীৱনত প্ৰভাৱ নজন্মায়, সেই কথা অৱশ্যে মই তোমাক কোৱা নাই। সেই বিলাকেও জীৱন গঢ়ি তোলাত যথেষ্ট সহায় কৰে। দুৰ্ব্বল, ৰুগ্ন, উচ্ছৃঙ্খলতাৰে দূষিত ৰক্তৰ জনক-জননীৰ পৰা কেইজন সুস্থ সন্তানে জন্ম গ্ৰহণ কৰিছে?

বহুত কথা লিখিলোঁ—নহয়নে? কেইদিনমান তুমি ধৈৰ্য্য ধৰি অপেক্ষা কৰিব লাগিব, কাৰণ তোমাৰ চিঠিৰ মাল-মছলা গোটাবলৈ মোক সময় লাগে। ইতিমধ্যে তুমি এই বিধি-



বিলাকৰ পৰা কি পালা চোৱা। অৱশ্যে চকুৰে দেখিবা ৰূপ (মোৰ আখৰৰ ৰূপ), কাণেৰে শুনিবা কথা (মোৰ চিঠিত লিখা কথা), জিভাৰে পাবলৈ সোৱাদ ইয়াত নাই; হাতেৰে স্পৰ্শ কৰিবলৈ নাই, নাকেৰেও গোন্ধ পাবলৈ নাই; কিন্তু এই বিলাক জানো বাহ্য-জগতৰ নহয়? কিন্তু বুকুৰ কথা বাহ্য-জগতৰ নহয়, সি হৈছে অন্তৰ্লোকৰ আলোড়ন, সি ধৰা পৰিব বুকুৰ স্পন্দনত। তোমাৰ এতিয়া পৰিছেনে ধৰা—চোৱা।

আহিলোঁ দেই। ইতি—

তোমাৰ
ককাইদেউ

ইলা ভনীটি মোৰ,

আজি তোমাৰ চিঠিত এটা নতুন কথা পালোঁ। নতুন অৰ্থাৎ মই জনাত আজিলৈকে কোনো গাভৰুৱে এনে প্ৰশ্ন কৰা নাই। তোমাৰ প্ৰশ্ন হৈছে বিবাহ আৰু জীৱনৰ লগৰী বাছনি। সঁচাকৈয়ে এই প্ৰশ্ন তোমাৰ মনত খেলাইছিলনে, নে পাশ্চাত্য সভ্যতাৰ বাচকবনীয়া নাটকৰ পৰাহে তুলি দিলা? যি হওক মইতো উত্তৰ দিবই লাগিব; কিন্তু তাৰ আগতে দুটিমান কথা কওঁ দেই।

আমাৰ দেশখন সীতা, সাৱিত্ৰী, বেউলা, জয়মতীৰ দেশ। আমাৰ দেশত এতিয়া গাভৰু আৰু ছোৱালীবিলাকৰ চৰিত্ৰ, সেৱা-ভাব, মৰম-দয়া, ভক্তি, সহিষ্ণুতা আৰু ধৰ্ম্মপৰায়ণতা যিমান, অইন দেশ ইয়াৰ লগত তুলনা নহয়। অইন দেশত



(পাশ্চাত্য) নাৰী দেখি নাৰী বুলি ভাবিবই নোৱাৰি। ঠিক পুৰুষৰ দৰে তেওঁলোকে গাড়ী চলায়, কল চলায়, অফিছৰ কাম কৰে, প্ৰফেছাৰী কৰে, আৰু দোকান-হোটেল আদি চলায়। কেৱল আমাৰ দেশতেই নাৰীৰ লজ্জা, বিনয় আদিয়ে নয়নক তৃপ্তি দিয়ে। এনে দেশৰ নাৰী তুমি—তোমাৰ গৌৰৱ কৰিবলৈ বহুতো আছে। নাই কেৱল তোমাৰ সংগঠন; নাই তোমাৰ চেষ্টা। তুমি পাহৰি গৈছা তোমাৰ সংস্কৃতি (Culture)। তোমাৰ লাগে এতিয়া ধৰ্ম্ম, শিল্প, বিজ্ঞান, ঘৰুৱা ৰন্ধা-বঢ়া, চিলাই, শিপিনী আৰু নিজ শৰীৰ আৰু সন্তান পালনৰ বিষয়ে শিক্ষা; এই হলেই হ'ল! স্কুল কলেজত পঢ়িলেই নহব; তুমি গঢ়িব লাগিব নিজৰ চৰিত্ৰ, বান্ধিব লাগিব মন শক্তিশালী ডোলেৰে, প্ৰস্ফূটিত কৰিব লাগিব বুদ্ধি আৰু জিলিকাব লাগিব নিজৰ সৌন্দৰ্য্য। এনে শিক্ষা লৈ, মাতৃত্বক আঁকোৱালি, এটি জাতি গঢ়ি তুলিব লাগিব।

তুমি আঙুলিয়াইছা—মোৰ চিঠিৰ ইংৰাজী অনুকৰণ বৃত্তি। কিন্তু এইটো বোধকৰোঁ তুমি অলপ গমি চালেই বুজিবা যে ই স্বাভাৱিক। কাৰণ আমাৰ চিঠিৰ বিষয়-বস্তুবিলাক য'ত বেছিকৈ আলোচনা হৈছে তাৰ পৰাই ধাৰ কৰা আৰু সেই কাৰণে ইয়াত তাৰ গোন্ধ পোৱা একো আচৰিত নহয়। এটা কথা টলকি চাইচানে—বিলাতী ফুলক এটি মাটিৰ চৰুত (ট'বত) ৰুলে তাৰ আয়ুস কিমান? আৰু

তাকে যদি আমাৰ মাটিত পুতি ৰস সংগ্ৰহ কৰিবলৈ দিয়া হয় তাৰ পৰা হয়তো এদিন দেখিবলৈ পাবা সেই গছত এতিয়া যি ফুল ফুলিছে সি সম্পূৰ্ণ বিলাতী নহয়। আমাৰ মাটিৰ ৰসত, আমাৰ ধুনীয়া প্ৰকৃতিকুঞ্জৰ মাজত এটি নতুন ফুল ফুলিছে যেতিয়া, তাক আমাৰ নিজস্ব বুলিলে কিবা ক্ষতি হবনে ?

এতিয়া তোমাৰ প্ৰশ্নলৈ আহোঁ দেই। জন্তুবিলাকৰ কথা মই তোমাক আগতেই কৈছোঁ। সন্তান উৎপাদনৰ সময়ত এনে ক্ষণত সিহঁতে লগৰীয়া বাছি লয় আৰু সিহঁতৰ সঙ্গ মাত্ৰ এই অলপ সময়। ভগৱানৰ শ্ৰেষ্ঠ জীৱ মানৱৰ কাৰণে— এই বিবাহ অনুষ্ঠানৰ সৃষ্টি হৈছে। এই অনুষ্ঠানৰ মাজেদিয়েই পুৰুষ-প্ৰকৃতিৰ মিলনক গোটেই জীৱন ধৰি এদালি মধুৰ ডোলেৰে জুলাইছে। এই বান্ধোনেই হয় চিৰন্তন সম্পত্তি। এই ডোলৰ বিচ্ছেদ ঘটায় সাধাৰণতঃ মৃত্যুৱে—যিটো সহ্য কৰিবলৈ অতিশয় কষ্টকৰ। ই আৰম্ভ হয় বিবাহ বন্ধনত আৰু পৰিসমাপ্তি অসীমত।

বোধকৰোঁ মোলৈ লিখাৰ সময়ত তোমাৰ মনত খেলাই-ছিল যে কিমান কম বয়সত ছোৱালীৰ ( গাভৰুৰ ) বিবাহ হোৱা উচিত। তুমি নিশ্চয় জানা যে অলপ দিনৰ আগতে বাল্য-বিবাহ ভাৰতত সাধাৰণ ঘটনা আছিল আৰু এনে বিবাহ ৫।৬ বছৰীয়া লৰা-ছোৱালীৰ ভিতৰতো ঘটিছিল।

বাল্য-বিবাহত জীৱতত্ত্ব সম্বন্ধীয় বাধা আছে। সৰুকালত



যৌন-জীৱন আৱশ্যক মতে বিপদজনক হোৱাৰ বাহিৰেও বাল্য-বিবাহৰ পৰা অপৰিহাৰ্য্যৰূপে সোনকালে মাতৃত্বৰ বিকাশৰ কাৰণেহে, ই আমাৰ সমাজৰ পৰা অন্তৰ্হিত হব লগা হৈছে। ই মাক আৰু সন্তানৰ স্বাস্থ্যৰ কাৰণে অনিষ্টকৰ হোৱাৰ লগে লগে এটি জাতিকো পঙ্গু কৰি তোলাৰ ব্যৱস্থা কৰে। সচৰাচৰ শাৰীৰিক যৌন পূৰ্ণতাৰ অৰ্থ- কাৰ্য্যকৰী দৈহিক মাতৃত্ব ( Functional sexual maturity ) নহয়। ছোৱালীয়ে ১২।১৩ৰ পৰা ১৫।১৬ বছৰৰ ভিতৰত ‘উৰ্ব্বৰতা’ প্ৰাপ্ত হয় কিন্তু বহুতৰ মতে ১৮ বছৰ বা তাতোকৈ অলপ বেছিতহে যৌৱন কাৰ্য্যক্ষম হয়। কিন্তু সেই বুলিয়েই মই তোমাক কব খোজা নাই যে এই বয়সৰ আগতে কোনো ছোৱালী মাতৃ হব নোৱাৰে। ঘটনাক্ৰমে তুমি যদি এবাৰ ভালকৈ ভাৰতীয় ছোৱালীৰ মাতৃত্বৰ তালিকাখন মোকো-লোৱা, দেখিবা শতকৰা ৬০ ভাগ ভাৰতীয় ছোৱালীয়েই ১৭ বছৰ পূৰ্ণ হোৱাৰ আগতেই মাতৃত্ব লাভ কৰিছে।

আমেৰিকাৰ বিখ্যাত মনীষী সকলৰ মতে সন্তান উৎপাদনৰ অতি প্ৰশস্ত সময় ২০ আৰু ৩০ বছৰৰ মাজত। তেখেতসকলৰ মতে ১৮ বছৰৰ আগতে বিবাহৰ কোনো কথা-বতৰাই হোৱা অনুচিত। অৱশ্যে ইয়াৰ লগে লগে আন আন বিষয়েও বিবেচনা কৰিব লাগে যেনে—সাধাৰণ স্বাস্থ্য, শাৰীৰিক যৌন-বিকাশ, যৌন প্ৰবৃত্তিৰ ক্ৰম, ইত্যাদি। কোনো কোনোৱে ১৪।১৫ বছৰীয়া ছোৱালীৰ শাৰীৰিক

বিকাশ, আৰু অধিক লৈঙ্গিক প্ৰবৃত্তি, ২০ বছৰীয়া গাভৰুতকৈও বেছি প্ৰবল হোৱাৰ কাৰণে, সেই ১৪।১৫ বছৰীয়া গাভৰুৰ চিত্ত আৰু স্বাস্থ্য ৰীতিমতে গঢ়ি তুলিবলৈ এই বয়সতে বিবাহৰ আৱশ্যক বুলি মত দিয়ে। কিন্তু ই বাহ্যিক আবৰণৰ ভূৱাহে মাত্ৰ; আচলতে জননেন্দ্ৰিয় তেতিয়াও কাৰ্য্যকৰী নহয়। এই দৰেই ৰুগীয়া অথবা শাৰীৰিক বা অন্যান্য হৃদৰোগ আদিত ভোগা ছোৱালীৰ বিবাহ কিছুদিন পলম হোৱাও শ্ৰেয়। মই আগতেই তোমাক কৈছোঁ যে অপৰিপূৰ্ণ স্বাস্থ্য আৰু অক্ষম নাইবা দুৰ্ব্বল পিতা-মাতাৰ পৰা নিৰোগ আৰু সবল সন্তানৰ জন্ম হব নোৱাৰে।

এবাৰ বিবাহৰ সিদ্ধান্ত কৰাৰ পাচত কিছু আনুষঙ্গিক কথা লগতে আহি পৰে। তাৰ ভিতৰত এজন যোগ্য লগৰীয়াৰ বাছনিয়েই প্ৰধান। বাছনি এনে হব লাগিব—যি জন সদায় সত্যত চলে, স্বাস্থ্যৱান আৰু প্ৰেমাসক্ত। সেই বুলি মনত ৰাখিবা যিমানেই দূৰ-সম্পৰ্ক হওক, সগোত্ৰ বিবাহ অবৈধ। ইয়াৰ পৰা জাতিৰ দৈহিক অক্ষমতা আৰু স্ত্ৰীৰ বন্ধ্যাতা বেছি হয়। আন এটা কথা মই আগতেই কৈ আহিছোঁ যে, উপযুক্ত সন্তান বিচাৰিলে উপযুক্ত মাতৃ তৈয়াৰ কৰিব লাগিব। মাকৰ উপদেশ আৰু সদগুণবিলাক সন্তানত প্ৰতিবিম্বিত হয়। ইয়াৰ বাহিৰে বিয়া কৰাব লগা দুয়োজন উভয়ে উভয়ৰ প্ৰতি প্ৰেমাকাঙ্ক্ষী হব লাগিব। তুমি বা তোমাৰ লগৰীসকলে মোক এই খিনিতে প্ৰশ্ন কৰিব পাৰা



—আপুনি যে কৈছে দুয়োজন প্ৰেমাকাঙ্ক্ষী হব লাগিব কিন্তু এই জ্ঞান ছোৱালীহঁতে কৰ পৰা পাব—নভেল, নাটক পঢ়ি, নে চিনেমা ঘৰত? নহয়, মোৰ উত্তৰ সেইটো নহয়। মোৰ উত্তৰ হৈছে—ভালপোৱা সম্পূৰ্ণ নিঃস্বাৰ্থ, সেই কাৰণেই তাৰ নাম হৈছে প্ৰেম। সকলো গাভৰু ছোৱালীৰ মুখত শুনিবা বা শুনিছা তেওঁলোকে 'ভালপায়'। কিন্তু ভালপায় কি? মানুহজনক, নে মানুহজনৰ ধন-সম্পত্তি, ঐশ্বৰ্য্য ইত্যাদি? সংসাৰত 'ভালপোৱা', 'Love', 'প্ৰেম' বহুত ভাবে বহুত ৰকমে শুনিবলৈ পোৱা যায়; কিন্তু 'ভালপোৱা' বৰ কঠিন সমস্যা। ভালপোৱা বা 'প্ৰেম' কি আৰু তুমি যে 'ভালপোৱা', সেইটো তুমি কেনেকৈ জানিলা? ভালপোৱাৰ প্ৰথম লক্ষণ—ইয়াত বেচা-কিনাৰ দোকানদাৰী নাই। যদি তুমি এজনৰ পৰা কিবা আশা কৰি 'ভালপোৱা', সি ভালপোৱা নহয়। সি হব বেহা। ভালপোৱাই সদায় দানেই কৰে —চিৰকালেই দাতা,—গৃহীতা কোনো কালেই নহয় আৰু হোৱাও নাই।

"আমাৰ মৰম প্ৰিয় প্ৰতিদান স্বত্বহাৰা।
বিচাৰিলে ব্যৰ্থতায়ো আগুৰিহে ধৰে।"

—ছঁয়াময়া, মহেশ গোস্বামী।

ইয়াৰ দ্বিতীয় লক্ষণ হৈছে—'প্ৰেম'ত কোনো ভয় নাই। কাকো ভয় দেখুৱাই 'ভালপোৱা' আৰ্জ্জন কৰিব নোৱাৰি। 'প্ৰেম' সদায় উচ্চতম আদৰ্শ। তুমি এই সংসাৰত বহুত সময়ত

দেখিছা এগৰাকী পৰমা-সুন্দৰী গাভৰুৱে এজন দেখিবলৈ আপচু পুৰুষক 'ভাল-পাইছে', তেওঁত আসক্ত হৈছে। তেনে-কৈয়ে এজন ৰূপহ ডেকাই এগৰাকী এলাগী গাভৰুত মুগ্ধ হৈ জীৱনৰ লগৰী কৰি সুখী হৈছে। তেওঁলোক তেন্তে কিহত আকৃষ্ট হ'ল? বাহিৰৰ মানুহে তেওঁলোকক কুৎচিৎ বুলিয়েই ভাবিব, কিন্তু 'প্ৰেমিক'ৰ পক্ষে সেইটো নহয়। প্ৰেমিকৰ ফালৰ পৰা প্ৰেমাস্পদৰ তুল্য বস্তু পৃথিৱীত একো নাই, সেয়েই অতীব সুন্দৰ। এয়ে হ'ল তোমাৰ 'ভালপোৱা'ৰ কথা। এটা কথা লিখিবলৈ গৈ বহুত লিখিব লগা হ'ল, ক্ষমা কৰিবা।

এতিয়া আকৌ আন এটা ডাঙৰ কথালৈ আহো—প্ৰেম আৰু কামৰ প্ৰভেদ। স্নেহ, সম্মান, ভক্তি, সহানুভূতি, ৰক্ষাপ্ৰদ চিন্তা—এই আটাইবিলাক কি, তাক কম-বেচি পৰিমাণে তুমি বুজাই। সেই কাৰণে ইয়াৰ বহল মোখনিৰ আৱশ্যক নাই। ইয়াৰ প্ৰকাশ কালত এক ৰকম, অৰ্থাৎ সৰু কালত পিতৃ-মাতৃ, ভাই-ভনী, বন্ধু আদিত চালিত হয়, কিন্তু ক্ৰমে বয়ঃপ্ৰাপ্ত হোৱাৰ লগে লগেই বিপৰীত লিঙ্গ-বিশিষ্ট জনলৈ চালিত হয়। প্ৰেমৰ সংজ্ঞা দিয়াটো মোৰ নিচিনা নিঃকিনৰ কাম নহয়, যদিও মোৰ জ্ঞানৰে বুজাত কিছুমানৰ প্ৰতি সম্মান, কিছুমানৰ প্ৰতি ভক্তি, কিছুমানৰ প্ৰতি স্নেহ-প্ৰীতি এই সকলোৰে ভিতৰত কম-বেছি পৰিমাণে লৈঙ্গিক-প্ৰবৃত্তি বিদ্যমান। সচৰাচৰ লৰালি কালৰ সুশিক্ষাৰ দ্বাৰা



অতিপাত ইন্দ্ৰিয়-লালসা দমন কৰিব পাৰি; তেতিয়া প্ৰেমৰ অৰ্থ সহৃদয়তা বা বন্ধুতাত পৰিপূৰ্ণ হয় আৰু ইয়েই স্থায়ী আৰু সুখকৰ। কামভাৱৰ ওপৰত প্ৰতিষ্ঠিত বিবাহ কেতিয়াও সুখী বুলি প্ৰমাণিত হোৱা নাই আৰু সম্পূৰ্ণ কাম-ভাবৰ বিস্তাৰ উপশম কৰাৰ উদ্দেশ্যে বিবাহ কৰাটো মূৰ্খতাৰ চূড়ান্ত নিদৰ্শন।

আজি কিছু দিনৰ আগলৈকে পিতৃ-মাতৃয়েই 'বৰ' বা দৰাৰ বাছনি কৰিছিল আৰু ই আমাৰ সমাজত বহুদিন ধৰি চলি আহিছে; ইয়াৰ পৰা প্ৰত্যক্ষভাৱে কোনো তেনে বেয়া ফল দেখা পোৱা নেযায়। কাৰণ, ভৱিষ্যতে উপযুক্ত জীৱন-লগৰী হব পৰা 'দৰা' বিচৰাত তেওঁলোকৰ যথেষ্ট অভিজ্ঞতা আছে। উপযুক্ত আৰু প্ৰকৃত বাছনি কৰাৰ আগতে বহুত কথা বিবেচনা কৰিব লগীয়া হয়। সেই বোৰৰ ভিতৰত বেছি আৱশ্যকীয়—দুয়ো পক্ষৰ আপেক্ষিক ( relative ) বয়স, প্ৰকৃতি, শাৰীৰিক গঠন, মানসিক আকৰ্ষণ, গোত্ৰ, সংস্কৃতি, স্বাস্থ্য, সামাজিক স্থান ইত্যাদি। কিন্তু আজি-কালি আমি কি দেখিবলৈ পাইছোঁ? দেখিছোঁ—বৈচিত্ৰ্যময় জগত—তাত বিচিত্ৰ যান, বিচিত্ৰ পান, সুসজ্জিত ভূষণ, বিচিত্ৰ পৰিচ্ছদ বিভূষিতা লজ্জাহীনা বিদুষী গাভৰুৰ দল,—জগতত উদয় হৈছে নতুন ভাৱত, ভঙ্গিমাত, অপূৰ্ব্ব বাসনাত! আকৌ তাৰ মাজতে কুঁৱলীৰ আঁৰত, উজ্জ্বল বহ্নিৰশ্মিৰ আঁতৰত, ঢিমিক-ঢামাক জোনাকী পৰুৱাৰ পোহৰত—দেখিবলৈ পাওঁ

ব্ৰত, উপাসনা, উচ্চ-ভাবৰ প্ৰেৰণা আহৰণ কৰা শক্তিশালী নাৰীৰ উৎপত্তি! এফালে নতুন ডেকা-গাভৰুৱে চিঞৰি জগতক জনাইছে পতি-পত্নী নিৰ্ব্বাচনত আমাৰ সম্পূৰ্ণ স্বাধীনতা লাগে—কাৰণ যি বিবাহত আমাৰ সমগ্ৰ ভবিষ্যৎ জীৱনৰ সুখ-দুখ, তাক আমি স্বেচ্ছাই বৰণ কৰিম। আন দলৰ ইচ্ছা, প্ৰবৃত্তিৰ কথা, ই দলৰ বলকনিৰ মাজত জীণ গৈছে, তথাপি তাৰ প্ৰতিধ্বনি মাৰ যোৱা নাই! তেওঁলোকৰ আদৰ্শ বিবাহ ইন্দ্ৰিয়-সুখৰ কাৰণে নহয়, প্ৰজননোৎপাদনৰ কাৰণে, প্ৰজনোৎপাদনৰ দ্বাৰা সমাজৰ, জাতিৰ মঙ্গলৰ অৰ্থে। সেই কাৰণে সমাজ, জাতি, দেশৰ সেৱা কৰিব পাৰি, দেশৰ আৰু প্ৰজাৰ কল্যাণ সাধন কৰিব পাৰি, তেনে প্ৰণালীৰ বিবাহ হব লাগে; কাৰণ বহুতৰ হিতৰ কাৰণে নিজৰ সামান্য সুখ ত্যাগ কৰিব লাগিব।

তোমাৰ আচল কথাৰ পৰা আঁতৰি মই ঘূৰি বহুত দূৰ পালোঁগৈ। এতিয়া কথা হৈছে, আপেক্ষিক বয়সৰ বিষয়। ভাৰতীয়ৰ পক্ষে স্ত্ৰী স্বামীতকৈ বয়সত সৰু হব লাগে। পুৰুষ আৰু স্ত্ৰীৰ মাজত বয়সত কিমান তাৰতম্য হব লাগে তাৰ বিষয় নানান মুনিৰ নানান মত, আৰু বেচিৰ ভাগেই যথাৰ্থতে বেচি স্বমত-পোষক ( Dogmatic )। মই নিজে ভাবোঁ যে দুয়ো পক্ষৰ ভিতৰত ৫ বছৰৰ পৰা ৮ বছৰলৈ তাৰতম্য থাকিব লাগে। উদাহৰণ স্বৰূপে যদি ডেকাৰ বয়স ২৫ বছৰ হয়, তেন্তে গাভৰুৰ বয়স ১৮ৰ পৰা ২০ৰ ভিতৰত হব লাগে।



স্ত্ৰী পুৰুষ দুয়ো এক সামাজিক পদবীৰ হোৱাই বাঞ্ছনীয়। যদি ই সম্ভৱ নহয় তেন্তে পুৰুষ উচ্চ সামাজিক স্তৰৰ হোৱাই বাঞ্ছনীয়। তুমি জানা বোধ হয়, আমাৰ দেশত বাৎস্যায়নৰ কামসূত্ৰই যৌন-বিষয়ক উৎকৃষ্ট গ্ৰন্থ। তেখেতৰ গ্ৰন্থত অসমান সামাজিক পদবীৰ মানুহৰ মাজত বিবাহৰ বিষয়ে কিছুমান উপযুক্ত মন্তব্য আছে। তাৰে এঠাইত আছে—যি মানুহে নিজৰ স্ত্ৰী আৰু স্ত্ৰীৰ বন্ধু-বান্ধৱৰ দ্বাৰা চাকৰৰ দৰে ব্যৱহৃত হয় সেই মানুহজনে তেওঁৰ নিজৰ সামাজিক পদবীতকৈ উচ্চ সমাজৰ বিবাহ বন্ধনত আবদ্ধ হৈছে বুলি কব পাৰি; কিন্তু এনে কাম কোনো তেজস্বী পুৰুষে নকৰে! আৰু উচ্চতৰ সমাজৰ এজনে যদি তেওঁতকৈ তলৰ পদবীৰ এগৰাকী গাভৰু বিয়া কৰায় তেতিয়া তাৰ ওলোটাটো ঘটে। তেনেহলে কব লাগিব যে দুয়ো প্ৰকাৰ বিবাহত মনৰ সুখৰ অলপ তাৰতম্য হয়।

বাৎস্যায়নৰ কথা এৰি দি আজি-কালিৰ তোমালোকৰ আদৰ্শৰ গুৰি ধৰোঁতা হেভ্‌লক এলিচেও কয়, 'বিবেচনা নকৰাকৈ বিয়া-বলিয়া হোৱা ছোৱালীৰ মনক, ক্ৰমান্বয়ে শিক্ষাৰ দ্বাৰা নতুন বিষয় আৰু সম্বন্ধ থকা পৃথক পাৰিপাৰ্শ্বিকতালৈ ঢাল খুৱাই অনাটো প্ৰায়েই সম্ভৱ। কেতিয়াবা সময় গতিকে গাভৰুৱে সমাজৰ তল খাপৰ ধুনীয়া ডেকাৰ লগত বিবাহত আবদ্ধ হয়। এনে বিবাহ বিশেষভাৱে বাধা দিয়া উচিত; কাৰণ ইয়াৰ পৰা গাভৰুৱে শেষত

অনুতাপত দগ্ধ হৈ উচিত অনুচিত বিবেচনা নকৰি কি কৰিব ঠিক নাই।”

স্ত্ৰীতকৈ পুৰুষ বেছি সঙ্গতিপন্ন ( economic ) স্তৰৰ হব লাগে বা অন্ততঃ সমান স্তৰৰ হোৱাই শ্ৰেয় ; কাৰণ সাধাৰণতে দুৱাৰেদি দাৰিদ্ৰ্য সোমালে খিৰিকীয়েদি ভালপোৱা ওলাই যায়। উচ্চশিক্ষা পাবৰ কাৰণে টকা-পয়ছাৰ সহায় দি, দুখীয়া পৰিয়ালৰ ডেকা-লৰাক ছোৱালী দিবলৈ ফুচুলিওৱা, ধনী পৰিয়ালৰ মাজত সাধাৰণ কথা। ডেকা সকলেও এনে দান গ্ৰহণ কৰে। যদি তেওঁলোকে জীৱনত কৃতকাৰ্য্য হয় তেতিয়া হলে তেওঁলোকৰ গৃহিণীয়ে প্ৰত্যেক কথাতে বা কাৰ্য্যতে কৃতকাৰ্য্যতাৰ গুৰি যে তেৱেঁই, তাক সোঁৱৰাই দি অৱজ্ঞাৰ হাঁহি মাৰে আৰু যদি কেনেবাকৈ অকৃতকাৰ্য্য হয় তেন্তে এনে অক্ষম পুৰুষৰ দ্বাৰা তেওঁলোকৰ জীৱন ব্যৰ্থ আৰু ধন নষ্ট হোৱাৰ কাৰণে ঘৃণা কৰে। এনে অৱস্থাত স্বামীয়ে নিজৰ শক্তিৰ ওপৰত নিজে থিয় দি আশাহীন প্ৰাণ ধৰি, নিজৰ গৃহিণী আৰু তেওঁৰ মাক-বাপেকৰ টকা-পইছাৰ ওপৰত নিৰ্ভৰ কৰি, জীৱনৰ দিন কটাই দিয়ে।

ওপৰৰ কথাৰ বাহিৰেও আন এটি আৱশ্যকীয় কথা হৈছে প্ৰকৃতিৰ মিল। যথেষ্ট গৱেষণাৰ ফলত মনীষী সকলৰ সিদ্ধান্ত হৈছে—বিবাহত সঙ্গতি বা যোগ্যতাই সুখ সন্তোষৰ প্ৰধান উপাদান। এনে বহুতো প্ৰকৃতি আছে সেইবোৰ নিজৰ পক্ষে সন্মানজনক হলেও, কোনো জনৰে উপযুক্ত নহয়। ইয়াক



বিয়াৰ আগতে পৰীক্ষা কৰা উচিত্। ইয়াক নিৰাপদ বুলি পিছলৈ থব নোৱাৰি। বিবাহৰ আগতে ডেকা-গাভৰু উভয়ে সাধাৰণ আৰু অসাধাৰণ সমস্যাবোৰ ভালকৈ নিৰীক্ষণ কৰিবৰ সুবিধা পোৱা উচিত আৰু শুধৰণিৰ আৱশ্যক হলেও তাৰ চেষ্টাও হোৱা উচিত। কিছু এনে প্ৰতিক্ৰিয়া আছে যিবোৰ বিবাহৰ পিচত সলনি হোৱা দুৰূহ। বিবাহৰ বেদীৰ আগত ব্ৰতী হোৱাৰ আগতে উপযুক্ত মাল-মছলা আৰু জ্ঞান সংগ্ৰহ কৰি লোৱা অকল যুগুত নহয়, আৱশ্যকীয় বুলি তোমালোকৰেই আদৰ্শবাদী হেভলক এলিছেও কৈছে।

লগে লগে শাৰীৰিক আৰু মানসিক আকৰ্ষণৰ কাৰণে কেনে আদৰ্শ ( Standard ) হোৱা উচিত ইয়াকো জনা আৱশ্যক নহয় জানো ? কাৰণ আজিকালিৰ বাছনি যেতিয়া তোমালোকৰ হাতত, তেতিয়া সকলো কথা জানি লোৱাই ভাল। পছন্দ অনুসাৰে, অত্যন্ত পৰিবৰ্ত্তন বা পাৰ্থক্য থকাৰ কাৰণে এইবোৰৰ বিষয়ে কোনো ধৰা-বন্ধা নিয়ম নিৰ্দ্দেশ কৰিব নোৱাৰি। বিশেষকৈ চাব লগীয়া কথা হৈছে, তোমাৰ ভৱিষ্যত জীৱন-সঙ্গীৰ মানসিক আৰু শাৰীৰিক গুণবোৰে তোমাক বিশেষভাৱে আকৰ্ষণ কৰে নে নাই। তোমাক অনুভৱ কৰাব লাগিব, তেওঁ বুদ্ধিত আৰু আন আনুষঙ্গিক গুণত তোমাতকৈ শ্ৰেষ্ঠ। কিছুমান গাভৰুৱে, পুৰুষৰ সৌন্দৰ্য্যতকৈ উজ্জ্বল শাৰীৰিক স্বাস্থ্য, উন্নত বা প্ৰতিভা-সম্পন্ন

মস্তিষ্কহে বেছি মূল্যৰ বুলি ভাবে। আনবোৰে ভাবে আকো ঠিক ইয়াৰ বিপৰীতহে।

বিবাহৰ কাৰণে চিন্তা কৰা প্ৰত্যেক ডেকা-গাভৰুকে ভালদৰে ভাবিবলৈ আৰু সঙ্গীৰ গাত প্ৰকৃত, বাহ্যিক দৰ্শন আদিৰ কি কি আশা কৰা যায় তাক শিকিবলৈ মই উপদেশ দিওঁ। প্ৰেমৰ বিষয় আলোচনা কৰিলে এই উপদেশবোৰ নিৰ্দ্দয় যেনে লাগে কিন্তু বাছনি কৰাৰ আগতে মানুহে নিজৰ মন জনাৰ বিশেষ আৱশ্যক। জীৱন-সঙ্গী বাছি লোৱাত মানুহ সদায় যত্নবান হব লাগে। সেই কাৰণেই ডেকা গাভৰুৱে বিপৰীত লিঙ্গৰ সৰহ সংখ্যক মানুহ লগ পাবলৈ সুবিধা পাব লাগে।

তুমি তৰ্ক কৰিব পাৰা যে পৰিণত চিন্তাৰ পাচতে মানুহে নিজৰ আদৰ্শত সঙ্গী বা সঙ্গিনী পোৱা কঠিন; কিন্তু সেই বুলি আদৰ্শ দলিয়াই পেলালে নচলিব—আদৰ্শৰ প্ৰতি সদায় লক্ষ্য ৰখা উচিত। দুয়োৰো ভিতৰত ঘনিষ্ঠতৰ চিত্ত নহলে মিলন আৰু জীৱন হব এটি ট্ৰেজেদি। মনোবৃত্তিৰ লগত বাহ্য সম্বন্ধৰ এটা অৱিয়া-অৱি ভাব; মিছাৰ ভুৱাই এই সত্য সম্বন্ধত কোনো যোগ নেৰাখিব।

বিশেষ কথা হৈছে—যিমান দিন তুমি সমাজৰ মাজত আছা সিমান দিনলৈকে তোমাৰ বিবাহৰ ফল সমাজে ভোগ কৰিব লাগিব। সেই কাৰণে সমাজৰো এটি কৰ্ত্তব্য আছে—কেনে বিবাহ হোৱা উচিত বা অনুচিত, এই বিষয়ত আনকি



তোমাক আদেশ দিবলৈকো সমাজৰ অধিকাৰ আছে; এতিয়াও আমাৰ হিন্দু সমাজত সোঁৱৰণীত দৰা-কন্যাৰ যে জাতি, গণ প্ৰভৃতি আছে—সেই অনুযায়ীয়ে বিবাহ হয়।

কিন্তু মোৰ মনেৰে আমাৰ দেশত আন্ত-প্ৰাদেশিক বিবাহ হোৱা উচিত। সেই বুলি মই কব খোজা নাই বিধৰ্ম্মী জাতিৰ ভিতৰত বিবাহ হওক। মই কৈছোঁ বিভিন্ন প্ৰদেশবাসীৰ লগত বুলিহে। অৱশ্যে এইটো হবলৈকো দিন লাগিব। সেইটো নহলেও, আমাৰ বামুণ, কায়স্থ, কলিতা, কেওঁট, কোছ আদিৰ মাজত চলক। কাৰণ বৰ্ত্তমানতো এই বিলাক শ্ৰেণীৰ পৰস্পৰৰ মাজত বিবাহ আদি সম্পাদন নহয়। তুমি যদি ভালকৈ চকু মেলি চোৱা দেখিবা যে আমাৰ দেশৰ মুষ্টিমেয় মানুহৰ মাজত এক এক শ্ৰেণীৰ মাজত শত শত বছৰ ধৰি বিবাহ হৈছে আৰু সেই বিবাহবিলাক সেই শ্ৰেণীৰ ভিতৰতে অন্তৰ্ভূক্ত। যদি অলপ দকৈ চোৱা দেখিবা প্ৰত্যেক বিবাহতে দূৰ-সম্পৰ্ক হলেও ভাই-ভনীৰ সম্বন্ধ ওলাব। সেই কাৰণেই শৰীৰ মন দুৰ্ব্বল হৈ জাতি আৰু দেশক দুৰ্ব্বল কৰি তুলিছে আৰু লগে লগে ৰোগ আদিয়েও আহি দেখা দিছেহি। অতি কম সংখ্যক মানুহৰ মাজত তেজ চলা-ফিৰা কৰি দুষিত হৈ পৰিছে। আৰু এই শৰীৰগত ৰোগাদি লৈয়েই নতুন সন্তান জন্মিছে। সেই কাৰণে সিহঁতৰ শৰীৰত ৰক্ত জন্মৰ পৰাই বেয়া; তাৰ ফলত ৰোগৰ বীজক প্ৰতিহত কৰিবৰ ক্ষমতাও এনে শৰীৰত বহুত পৰিমাণে কম হয়। শৰীৰলৈ

যদি একেবাৰে নতুন অইন ৰকমৰ তেজ বিবাহৰ দ্বাৰা আহে, তেতিয়া ৰোগাদিৰ হাতৰ পৰা সন্তান বিলাকে পৰিত্ৰাণ পোৱাৰ লগে লগে বেছি কৰ্ম্মঠও হব।

তোমাৰ চিঠিৰ আৰু অন্ত পৰিলহি। কিন্তু সিদিনা তুমি লিখা প্ৰশ্ন এটাৰ উত্তৰ দিওঁ দিওঁ কৰিও দিব পৰা নাছিলোঁ ;— আচলতে তোমাৰ প্ৰশ্নকে পাহৰি গৈছিলোঁ। কিন্তু সিদিনা আমাৰ মহেশ গোস্বামী ডাঙৰীয়াই নিজক চিনি পোৱা আৰু নিজক প্ৰকাশ কৰা বিষয়লৈ দিয়া বক্তৃতাত জীৱনৰ এটি জানিব লগীয়া ঘটনাৰ সামঞ্জস্য দেখুৱাইছিল ; তাকে তোমাক জনাই তোমাৰ প্ৰশ্নৰ উত্তৰৰ লগে লগে আজিলৈ সামৰণি মাৰোঁ দেই। শ্ৰীযুত গোস্বামীদেৱে কৈছিল "বহুতো বৃত্তি সামবায়িক আৰু পাৰস্পৰিক সামঞ্জস্যতে প্ৰকাশ পায়, ধৰ্ম্মতো ই প্ৰকাশ পায়। বৃত্তিৰ এই সমগ্ৰ প্ৰকাশকেই আমি সাধাৰণতে জীৱন বোলোঁ। সকলো জীৱনবৃত্তিৰ যি এটি অখণ্ডনীয় সমগ্ৰতা আছে সেই সমগ্ৰতাৰ মাজত ধৰা পৰে জীৱনৰ ৰূপ।" হীৰামন ককাইদেৱে কোৱাৰ দৰে, দেহৰ যেনেকৈ এটি জীৱন আছে, মনৰো তেনেকৈ এটি জীৱন আছে। দেহৰ ভিতৰত দেখা যায় প্ৰত্যেকটি যন্ত্ৰৰ স্বতন্ত্ৰ ক্ৰিয়া আৰু সেই ক্ৰিয়াবিলাকৰ সামঞ্জস্যত সিহঁতৰ এটি অখণ্ডনীয় এক ৰূপ আৰু ইয়াৰ ফলত প্ৰকাশ পায় দেহৰ জীৱন। তেনেকৈ আমাৰ মনৰ ভিতৰত আছে নানান প্ৰবৃত্তি ; বেলেগ বেলেগ ফালে টানি নিবলৈ বিচাৰে আমাৰ মনৰ গতিক, কিন্তু তথাপি চিত্ত আমাৰ অখণ্ড



স্পন্দন। নানা বৃত্তিৰ নানান ক্ৰিয়াৰ মাজত আছে এটি পাৰস্পৰিক আৰু সামবায়িক সামঞ্জস্য। এই সামঞ্জস্যৰ মাজত যিটো ধৰা পৰে সেইটোৱেই ব্যক্তিত্ব ( Personality ) গোঁসাই ডাঙৰীয়াৰ কথাত—"মত ( opinion ) আমাৰ জ্ঞান-বৃত্তিৰ ক্ষণ-প্ৰকাশ। সেই ক্ষণ-প্ৰকাশটোৱে যদি আমাৰ কোনো বৃত্তিক বাধা নিদি অগ্ৰণী হবলৈ দি তাক মুখপাত্ৰ কৰি তোলে, তেতিয়া হলেই বুজিব লাগিব সেই মতটি জীৱনৰ দ্বাৰা সমৰ্থিত হৈছে আৰু লগে লগে মনোবিজ্ঞানৰ দ্বাৰাও সমৰ্থিত হৈছে আৰু দেহজীৱনৰ দ্বাৰাও সমৰ্থিত হৈছে। তেতিয়া হলেই মত হব জীৱনধৰ্ম্মৰ স্পন্দমান অনুপ্ৰেৰণা।"

এনে মত গঠন কৰিবলৈ চেষ্টা কৰা—দেখিবা তুমি আজিৰ ধৰ্ম্মাধৰ্ম্ম, নীতি-অনীতিৰ সকলো চিঞঁৰ-বাখৰৰ ওপৰ উঠি তোমাৰ জীৱনক মৰততে সৰগৰ কৰি লব পাৰিছা।

আজিলৈ আৰু ইয়াতে এৰোঁ দেই। আকৌ যেতিয়া আহৰি পাওঁ তোমালৈ চিঠি লিখিয়েই তাক ব্যৱহাৰ কৰিম! ইতি—

তোমাৰ—
ককাইদেউ

## ইলা ভনীটি

মোৰ চিঠি নাপাই তোমাৰ চাগে বৰ খং উঠিছে। কি কৰিবা! তুমি ক্ৰমে যিমান ডাঙৰ ডাঙৰ সমস্যাবোৰ উলিয়াই নিবলৈ ধৰিছা সিমানে মইও নিমাত হৈ যাব লগীয়া হৈছোঁ। সময়ে বোলে মনৰ কথা পাহৰায়; পিছে তোমাক সময়ে সেই খিনি কৃপাও নকৰা হ'ল! যি হক তোমালৈ চিঠি লিখি থাকিলেই যদি মোৰ পেটৰ ভাত মুঠিৰ চিন্তা মৰিলহেঁতেন, তেন্তে বিশেষ কথা নাছিল; যেনেকৈয়ে হক তাকে কৰিলোঁহেঁতেন; কিন্তু অসমীয়া সাহিত্যিকে আজীৱন সাহিত্য-চৰ্চ্চা কৰি, মৰিবৰ সময়ত এপইছা সেৰৰ বিলাহী বেঙেনাৰ আঞ্জা খাবলৈ নাপাইও মৰে! গতিকে, অলপ ব্যৱসায়ৰ চিন্তাত তোমালৈ উত্তৰ দিয়াত পলম হোৱা ত্ৰুটী নিশ্চয় মাৰ্জ্জনা কৰিবা।



সমাজ সংস্কাৰ? প্ৰশ্ন শুনিয়েই মই চক খাব লগা হৈছে। বোলোঁ তোমাতকৈ বয়োবৃদ্ধ হলোঁ বুলিয়েই তুমি দুনীয়াৰ সকলো কামৰ ভাৰ মোৰ ওপৰতে জাপি দিবানে কি? এইটো সমাজৰক্ষক সকলৈ কোৱা! মই যিটোত আৰম্ভ কৰিছোঁ—তাতেইহে শেষ কৰিম। একেজনেই ৰাজনীতিবিদ্, সাহিত্যিক, অধ্যাপক, পাঠ্যপুথি লেখক, ঠিকাদাৰ, খেতিয়ক আৰু ডাক্তৰ হবলৈ যোৱাৰ বাবেই আজি অসমীয়াৰ এই অৱস্থা! মই ডাক্তৰ, গতিকে ডাক্তৰ হৈয়ে থাকোঁ দিয়া; তোমাৰ অৰ্থত সমাজ-সংস্কাৰক হৈ দেশ উদ্ধাৰ কৰাৰ প্ৰবৃত্তি নোপোহাঁ।

আজি এবছৰ তোমালৈ চিঠি লিখিলোঁ। তুমি সকলোবিলাক চিঠি এতিয়া নকৈ পঢ়ি তাত বাদ ৰৈ যোৱা কথাবোৰ খুচৰি উলিয়াই মোক বহুত প্ৰশ্ন কৰিছা। কিন্তু এইবোৰ প্ৰশ্ন কৰাৰ আগতে যদি তাৰ উত্তৰৰ বাবে নিজৰ "শৈশৱ স্মৃতিৰ পিঞ্জৰ দ্বাৰ" উন্মুক্ত কৰি ভুমুকিয়ালাহেঁতেন, তেনেহলেই হয়তো বহুতো সিদ্ধান্ত নিজেই পালাহেঁতেন।

কিন্তু এটা প্ৰশ্নৰ উত্তৰত দুষাৰ কব লগা হল। বহুতে কয়, শৈশৱকালত জ্ঞাতসাৰে বিপৰীত লিঙ্গৰ প্ৰতি আমি কোনো আকৰ্ষণ অনুভৱ নকৰোঁহক। কিন্তু আজিৰ যুগৰ শিক্ষা বিষয়ক মনস্তত্ব আলোচনা কৰোঁতাসকলে আকৌ কয় যে—বৰ্ত্তমান যুগত এই কথা কোনেও নুই কৰিব নোৱাৰে যে শিশুৰ দৈহিক আৰু মানসিক যৌন-জীৱন যেনে বিভিন্ন তেনে

উৰ্ব্বৰ। তেওঁলোকে আমি আগেয়ে ভাবি থকা শিশুৰ সুনিৰ্দ্দিষ্ট লিঙ্গ নোহোৱা কথাষাৰ নুই কৰে। কিন্তু সৌভাগ্য-বশতঃ ফ্ৰয়েডে কয় যে যদিও ইহঁতৰ যৌন-প্ৰবৃত্তি আছে, তথাপি এই যৌন-প্ৰবৃত্তি জননেন্দ্ৰিয় আৰু যৌন-কাৰ্য্যক কেন্দ্ৰ কৰিয়েই নাথাকে। যৌৱন অৱস্থা পোৱাৰ লগে লগে, —ধৰা আমাৰ দেশত ১৩।১৪ বছৰৰ পৰা ২২।২৩ বছৰৰ ভিতৰতহে,—পুৰুষ আৰু নাৰীৰ মনত এই যৌন-মোহ জন্মে। এই প্ৰবৃত্তিৰ বিকাশ লাভ কৰাৰ কাৰণে স্বভাৱতে ইয়াৰ যিবোৰ ব্যৱহাৰ প্ৰকাশ হয়, তাৰ লগত সংযম আৰু শিক্ষাৰ দ্বাৰা লাভ কৰা ব্যৱহাৰৰ এৰাব নোৱাৰা সম্বন্ধ আছে। এই প্ৰবৃত্তিৰ ভাবগত ব্যৱস্থাটোক আমি লালসা বোলোঁ! তুমি নিশ্চয় মোৰ আগৰ বোৰ চিঠিৰ পৰা ইয়াৰ বিষয়ে বহুত কথা জানি থৈছা। গতিকে সেইবোৰ দোহাৰিবৰ নিশ্চয় আৱশ্যক নাই।

এইটো কথাও তুমি বেচ বুজিছা যে প্ৰতি প্ৰাণীৰে জীৱন ৰক্ষা আৰু বংশ বা জাতি ৰক্ষাৰ দুটা প্ৰবৃত্তি আছে। প্ৰথমটো প্ৰকাশ পায় খোৱা-লোৱা আৰু জীয়াই থকাৰ মাজেদি, দ্বিতীয়টো প্ৰকাশ পায় যৌন-মিলনৰ আকাঙ্ক্ষাৰ মাজেদি। মানুহৰো এই দুয়োটা আছে। মনৰ এই ভাব-বোৰে স্বাভাৱিক জীৱবিজ্ঞানৰ বিধিকে যে মানি চলে এনে নহয়, দৈহিক অৱস্থাৰ মাজেদিও ইহঁতৰ প্ৰকাশ পায়।

মই পিছে আজি যৌন প্ৰকাশৰ কথাহে লিখিব খুজিছোঁ।



ইয়াৰ বহুতে বহুত নাম দিছে, আৰু নামভেদে কাৰণো দেখুৱাইছে বহুত। ইয়াৰ দুটা নাম ধৰা—যৌন-প্ৰবৃত্তি আৰু যৌন-তাড়না। প্ৰতি মানুহৰ যৌন-প্ৰবৃত্তিৰ তাৰতম্য আছে; অৰ্থাৎ ধৰা,—তোমাৰ যৌন-প্ৰবৃত্তি যিমান গভীৰ, তোমাৰ লগত ফুৰা-চকা, একেলগে থকা এগৰাকী বন্ধুৰ হয়তো সিমান নহয়। এই যৌন-প্ৰবৃত্তিৰ প্ৰথম কাৰণ—অবিৰাম আকাঙ্ক্ষা। ই স্বাস্থ্যৱতী গাভৰু ছোৱালীৰ গাত কোনো অস্থিৰ অৱস্থাতহে পৰিলক্ষিত হয়; সাধাৰণতে নাই বুলিলেও হয়। বেছি ভাগৰ কিন্তু মজলীয়া ধৰণে থাকে। মুঠৰ ওপৰত ভোক-পিয়াহৰ দৰে যৌন-আকাঙ্ক্ষা বা প্ৰবৃত্তি মানুহৰ স্বাভাৱিক। ই নাথাকিলেহে অস্বাভাৱিক বা নিয়ম-বহিৰ্ভূত বুলি ধৰিব লাগিব।

মানুহে ভোক লাগিলে আহাৰ খায়; সেই বুলি যৌন-প্ৰবৃত্তি উদ্ৰেক হলেই যে তাক যেনে-তেনে পৰিতুষ্ট কৰিব লাগিব, তেনে নহয়। অৱশ্যে বেছি সাহসী বা বিশৃঙ্খল গাভৰুৱে যেনে-তেনেকৈয়ে সাময়িকভাৱে ইয়াক পৰিতুষ্ট কৰিব পাৰে। কিন্তু ইয়াৰ ফল জানো ভাল? বহুতো ভাগ্যৱতী গাভৰুৱে আকৌ এই যৌন-প্ৰবৃত্তিক শোধন কৰি বা সৌম্য কৰিও লব পাৰে। তেতিয়া তাৰ কুফল নহব পাৰে; কিন্তু সৰহ ভাগ গাভৰুৰ পক্ষেই এই প্ৰবৃত্তিৰ বিঘিনি নাশৰ আৰু পাপশূন্য পৰিতৃপ্তিৰ উপায় মাথোন বিবাহহে।

এই শোধন কথাষাৰে নিশ্চয় তোমাৰ মনত খুকুৰি

লগাইছে। বাৰু ধৈৰ্য্য ধৰা—অলপ বুজাই দিওঁ। ইয়াক সুৰুচিকৰণ ( Sublimation ) বা সৌমীকৰণ বুলিব পাৰা। ইয়াৰ অৰ্থ হল—আমাৰ শাৰীৰিক বা জৈৱিক প্ৰবৃত্তিবোৰ তাৰ স্বাভাৱিক লক্ষ্যলৈকে মাথোন যাবলৈ নিদি, সামাজিক আৰু ব্যক্তিগত হিতকৰ বা মানসিক উন্নতিমূলক কোনো গতিলৈ লৈ যোৱাটো। ধৰা, তোমাৰ অন্তৰৰ যৌন-প্ৰবৃত্তিক তুমি তাৰ ইচ্ছা মতে পৰিতুষ্ট হবলৈ নিদি কোনো সৎ কামত খটালাগৈ ; এনেকৈ কৰাটোকে শোধন কৰা বা সৌম্য কৰা বুলি কব পাৰা। আজি-কালি মনোবিজ্ঞানত এই কথাবোৰ বিস্তাৰিত ভাবে চলিব লাগিছে।

এই মত পোষণকাৰীয়ে ন-দি কব পৰা নাই যে ই অতি সহজ উপায়। ইয়াক অৱশ্যে বুজাত তোমাৰো সময় লাগিব। কিন্তু মিছা কোৱা, পাপ কথাবোৰোতা বুজিবলৈ বেচ সহজ ; পিছে কামত কেনে টান বুজিছাই নহয় ? ধৰিলোৱা, এই যৌন-প্ৰবৃত্তিকে তুমি উচ্চ আধ্যাত্মিক চিন্তাত লগাইছা। তেতিয়া যৌন-প্ৰবৃত্তিয়ে এই উচ্চস্তৰ পোৱাৰ ফলত তাৰ পশুস্তৰ নাশ পায় বা দমিত হয়, আৰু উচ্চস্তৰৰ তৃপ্তি বেছি আপেক্ষিত হয়। কিন্তু তোমাৰ কোমল স্নায়ুত এনে সবল স্বাভাৱিক প্ৰবৃত্তি এফালে আৰু জোৰকৈ ঠিক কৰি লোৱা বৃত্তি এটা ইফালে দি, যি তয়াময়া ৰণ লগাই দিবা, তাত হয়তো নিজৰ হানিৰেই সম্ভাৱনা হবগৈ পাৰে। সেইবাবে অতি ধৰ্ম্মপ্ৰৱণ আৰু তেজস্বী মানুহৰ পক্ষেই ই বেছি সম্ভব



যেন লাগে। হেভ্‌লক এলিচেও তাকেই কয়। কিন্তু প্ৰবৃত্তিৰ গতি ঘূৰাই দিয়া কামটোত সফলতা লাভ কৰিবৰ হলে সৰুৰে পৰাই তাক আৰম্ভ কৰিব লাগিব। এবাৰ যদি ইন্দ্ৰিয়-লালসাৰ তৃপ্তিত গা উটুৱাই দিয়া, তেন্তে ভটীয়নী পানীত বঠা নোহোৱা নাও উটা দি সি উটিয়েই থাকিব ; পাৰঘাট ৰ'ব উজনিতে।

ইন্দ্ৰিয়দমনত কৃতকাৰ্য্য হব পাৰে ; কিন্তু যদি নহয় স্নায়বিক পীড়া বা তাতোকৈ বেয়া সমাজ-বিৰুদ্ধ কোনো কামত ইয়াৰ প্ৰতিফল দেখা দিব পাৰে। যোগ আৰু প্ৰাণায়ামৰ ভুল যেনে মাৰাত্মক, ইও প্ৰায় তেনে হৈ দেখা দিব পাৰে ; প্ৰথমতে আমি ইন্দ্ৰিয় দমনৰ পৰা হব পৰা ফলবোৰ বিশ্লেষণ কৰি লব লাগিব ; আমাৰ গতি-পৰিবৰ্ত্তনৰ বাবে উদ্যম যদি যথেষ্ট বুলি জানো, আৰু যদি ন-গতিৰ লক্ষ্য সমাজৰ গ্ৰহণযোগ্য হয়, তেন্তে যৌনক অস্বীকাৰ কৰাত কোনো কথা নাই। তাৰ পৰা উপকাৰ হব পাৰে। আমাৰ এই উদ্যম যদি ধৰ্ম্মৰ পথত বা সমাজৰ বা পৰোপকাৰৰ পথত কাৰ্য্যকৰীভাৱে খটাব পাৰি তেন্তে ইন্দ্ৰিয়-তৃপ্তিৰ বাবে উদ্যমে এই বাটত সন্তুষ্ট হৈ বহুতো কাৰ্য্য সাধন কৰিব পাৰে। কিন্তু যদি এই নৱ উদ্যমে ভ্ৰান্ত-পথ লয় বা উদ্যমৰ জোখাই কাৰ্য্য নহয়, তেন্তে ই মনৰ অস্থিৰতা বা শাৰীৰিক ক্ষতিও জন্মাব পাৰে। আন-হাতে যদি এই প্ৰবৃত্তিক আপোন ইচ্ছা মতে তৃপ্তিলাভ কৰিবলৈ এৰি দিয়া হয়, তেন্তে ব্যক্তিগত আৰু সামাজিক

ক্ষতি কি হব পাৰে তাক নকলেও তুমি নিশ্চয় বুজিবা। অৱশ্যে তোমাৰ লগত থকা দৰ্শন পঢ়া বান্ধবীয়ে হয়তো নীতি-শাস্ত্ৰৰ (Ethics) দুই-এক আধ্যা আঁওৰাই এই সকলোবোৰৰ ভাল ফলটোৰ কথাৰেই বক্তৃতা দিব পাৰে। তেওঁলোকে হয়তো চিজউইক, কাণ্ট, ব্ৰেডলি গ্ৰীন আদিৰ নীতি-শাস্ত্ৰৰ বৰ্ণিত বিবিধ "আদৰ্শ" ( Ideals ) বোৰ ব্যাখ্যা কৰি অসম্ভৱকো সম্ভৱ বুলি ক'ব খুজিব, বা তেওঁলোকৰ অন্তৰত এটা প্ৰবৃত্তি নাই বুলিও ক'ব ; কিন্তু কুৰিশতিকাৰ ফ্ৰয়েডৰ মনোবিজ্ঞান পঢ়া তুমি-আমিনো তেওঁলোকৰ বক্তৃতাতেই পতিয়ন যামনে ? তেওঁলোকক সুধিবাচোন দাৰ্শনিক স্বপেন হাৱাৰে 'Metaphysics of Love of Sexes' পুথিত কি লিখিছে !

বাৰু, সেইবোৰ এৰি আচল কথাত ধৰোঁ। বিবাহৰ উপৰিও মৈথুন, আদৰ, সাময়িক ইন্দ্ৰিয়-সম্ভোগৰ দ্বাৰা আত্ম-তৃপ্তি লাভ কৰিব পৰা যায়, আৰু ইয়াৰ লাভ-লোকচানৰ কথাও আগতেই তোমাক কৈছোঁ। প্ৰত্যেকৰ সকুকালৰ শিক্ষা, ইন্দ্ৰিয়, উত্তেজনাপূৰ্ণ মনোভাব, চলিত নৈতিক বিধান আৰু তেনে ধৰণৰ আন বিষয়ৰ ওপৰত নিৰ্ভৰ কৰি প্ৰত্যেক ছোৱালী আৰু গাভৰুৱে নিজৰ মনৰ মতে নিজৰ বাট সুগম কৰি লব লাগে। এই কালতে যৌন সম্বন্ধীয় বিজ্ঞান-সম্মত জ্ঞানৰ সম্ভাৰ গোটাই নিজৰ প্ৰকৃত বাট বিচাৰি লোৱা উচিত। ইন্দ্ৰিয় উত্তেজনা যৌৱন অৱস্থাত সাধাৰণ



আৰু স্বাভাৱিক। সাহচৰ্য্যৰ ইচ্ছা মৰম, ভাল পোৱা, প্ৰেম, বিবাহ আৰু ইন্দ্ৰিয়-উদ্যমৰ শাৰীৰিক সমষ্টি—এইবোৰ সমানে সাধাৰণ বুলি বিবেচনা কৰিব লাগে। পবিত্ৰ শুদ্ধ শৰীৰেই জীৱনৰ প্ৰথম আৰু প্ৰধান সোপান।

পিছৰ সোপানটো হৈছে—নিজৰ প্ৰবৃত্তিক সৌম্য আৰু শান্ত কৰিবলৈ অভ্যাস কৰা আৰু জীৱনক সৰু কালৰে পৰা সম্ভৱপৰ নানাবিধ কৰ্ম্মঠ শক্তিশালী পথত চলিবলৈ শিক্ষা দিয়াটো। তেতিয়াহলে ছোৱালীয়ে গাভৰু কাল পালে নানান প্ৰকাৰ কাৰ্য্যৰ দ্বাৰাই সন্তোষ লাভ কৰি শৰীৰ আৰু মনক কাৰ্য্যত নিযুক্ত কৰি ৰাখিব পাৰে। কিন্তু এই শিক্ষা ছোৱালীয়ে নিজে আৰ্জ্জি লোৱা সম্ভৱপৰ নহব পাৰে। তেতিয়া এই শিক্ষা দিব লাগিব,—শিক্ষিতা মাকে। কিন্তু তোমালোকে শিক্ষা লাভ কৰি শিক্ষাভিমানিনী হৈ বিয়াৰ নাম শুনিলেই জাপ মাৰি উঠা। শিক্ষিতা মাতৃ হৈ যে দেশক শিক্ষিত সতি-সন্ততি দি, দেশক জাকত-জিলিকা কৰিব লগীয়াটো তোমালোকৰ কৰ্ত্তব্য, তাকতো তোমালোকে পাহৰি যোৱা। যি হওক, যৌন উত্তেজনা জীবনৰ সাধাৰণ বিষয় হিচাবে ৰাখি আৱশ্যক মতে সুখৰ স্বাভাৱিক পথত কাৰ্য্যকৰী কৰি তুলিবলৈ যত্নবান হব লাগে আৰু আনহাতে অকল ইন্দ্ৰিয় চৰিতাৰ্থৰ মাজেদিয়ে জীৱনৰ সুখ বিচাৰিব নেলাগে।

কোনো ছোৱালীয়ে এটি বা দুটি পথ গঢ়ি তুলিলে তেওঁৰ

পক্ষে প্ৰবৃত্তিৰ গতি পৰিবৰ্ত্তন কৰা অসম্ভৱ আৰু তাৰ পৰা আন ফলো ফলিব পাৰে। প্ৰথমতে ধৰা, এনে ইন্দ্ৰিয় চৰিতাৰ্থৰ ফলত মন ঠেক হব পাৰে আৰু মাথোন একেটা পথকহে তেওঁলোকে দেখিব পাৰে; তেতিয়া আনে বিকৃত-মস্তিষ্ক বুলি এই লোকক লেখত লব, বা নিজৰ প্ৰতিয়েই অনুৰাগ বিশিষ্ট বুলি বিবেচনা কৰিব পাৰে। আনটো বিপদ হৈছে বিশেষ দুৰ্ঘটনাৰ দ্বাৰাই ইন্দ্ৰিয় পৰিতৃপ্তিৰ হাতে ঢুকি পোৱা পথ কেইটা বন্ধ হৈ যাব পাৰে। তেতিয়া জীৱন শূন্য হব আৰু চাৰিউপিনে অসন্তোষৰ হুমুনিয়াহহে মাথোন দেখিবলৈ পাব। এটা সাধাৰণ অৱস্থিতিৰ এনে অবতাৰণা হব, যে যিবিলাক বিবাহিত গাভৰু অতিশয় ইন্দ্ৰিয়াসক্ত সেইবোৰ দুৰ্ভাগ্যবশতঃ বিধবা হলে তেওঁলোকৰ জীৱনত কোনো সুখ সন্তোষ আৰু নোহোৱা হব।

আমাৰ ইন্দ্ৰিয়ৰ স্বৰূপ জানি লৈ তাৰ প্ৰতি উপযুক্ত আৰু প্ৰকৃত মনোভাব ৰখা আৱশ্যক। ভালপোৱা আৰু ইয়াৰ ব্যাহ্যিক প্ৰকাশ, ইন্দ্ৰিয় ভোগ প্ৰবৃত্তিৰ এনে এটা সমস্থল আছে বুলি বিবেচনা কৰিব লাগিব। ইন্দ্ৰিয়ৰ শাৰীৰিক ভাগটো বিবাহত অনাবশ্যকীয় বুলি বাদ দিলে সহচৰত্ব বা বন্ধুতাই যথেষ্ট বুলিব পাৰি। বৰ্ত্তমান কালৰ ইন্দ্ৰিয় শিক্ষাৰ ইও এটা প্ৰধান ভুল। ভালপোৱাক মৰ্য্যাদাপূৰ্ণ অভিজ্ঞতা ( Elevating Experience ) আৰু শাৰীৰিক কাৰ্য্যক লজ্জাজনক আৰু দোষজনক কাৰ্য্য বুলি বিবেচনা কৰা বহুতকে



দেখা যায়। আজিকালিৰ বিবাহ, মনৰ ভিতৰত দুটি তাড়নাৰ ( Emotion ) দ্বাৰা প্ৰণোদিত হয়—ভালপোৱাৰ বিষয়ে বৰ উন্নতাৱস্থাৰ উত্তেজনা আৰু শাৰীৰিক ইন্দ্ৰিয়ৰ কাৰ্য্যৰ বিষয়ে অতি লজ্জাজনক ধাৰণা। ইয়াৰ ফল স্বৰূপে ইন্দ্ৰিয় কাৰ্য্যৰ পৰিতুষ্টি হীন হয়—দমন, অসন্তোষ, স্নায়ু ৰোগ ( Neurosis ) আৰু জটিলতা সোমায় আৰু বিবাহৰ যি প্ৰকৃত উদ্দেশ্য, সেইবোৰ ব্যৰ্থ হৈ যায়। এই বাবে ভালপোৱাক যিমানেই উন্নত আবেগৰ খাপত তুলি নোলোৱা, ইন্দ্ৰিয় প্ৰবৃত্তিক নিজৰ স্থানচ্যুত কৰি তললৈ পেলাই নিদিবা।

এই প্ৰবৃত্তিৰ দমন, প্ৰবৃত্তিৰ গতি পৰিবৰ্ত্তন আদিৰ কথাকে আজি বহুতো লিখিলোঁ; কিন্তু যিমান লিখিলোঁ তাতকৈ এশ গুণ বেছি লিখিলেও ইয়াৰ অন্ত নপৰিব।

এতিয়া Flirt আৰু Flirtingৰ বিষয়ে দুই চাৰি এষাৰ কথা নিলিখিলে মোৰ চিঠি তোমাৰ লগৰীয়াসকলৰ ওচৰত আধুনিক নহব বুলিয়েই লিখিবলৈ আগবাঢ়িলোঁ। লিখাৰ আচল মতলব তোমালৈ ইঙ্গিত কৰি লিখা নহয় দেই!

তুমি সহশিক্ষা প্ৰচলিত কলেজত যেতিয়া পঢ়িছা নিশ্চয় কেতিয়াবা লৰাই তোমালোকক প্ৰেমালাপী, প্ৰজাপতি, ( Gold-diggers ), চকুমৰা, ইত্যাদি নাম দিয়া তোমাৰ কাণত পৰিছে, আৰু এই বোৰৰ অৰ্থও তোমালোকে সহজে বুজি পোৱা। এইবোৰ নাম বাৰু কিয় দিয়ে ভাবি চাইছানে? প্ৰকৃতিয়ে পুৰুষৰ প্ৰতি কৰা আচৰণেই এই নামবোৰৰ

ভিত্তি। অসুন্দৰী বা বেছি বুদ্ধিবৃত্তি নথকা আৰু দুখীয়াৰ ঘৰৰ ছোৱালীৰ পক্ষে সাধাৰণতে মানুহৰ দৃষ্টি আকৰ্ষণ কৰাটো দেখা নেযায়; কিন্তু এওঁলোক যদি প্ৰগল্‌ভা হব লাগিল, তেন্তে অতি সহজেই নিজৰ এই স্বাভাৱিক অভাৱ তল পেলাই থৈ এওঁলোকে নতুন নতুন কৌশলেৰে পুৰুষক আকৰ্ষণ কৰিবৰ চেষ্টা কৰে। ন-উপায় উদ্ভাৱনত ঈশ্বৰেও যেন এওঁলোকক কাপৰ্ণ্য নকৰে! এই কথাই প্ৰগল্‌ভা হবৰ আকৰ্ষণ নথকা ছোৱালীক প্ৰলোভিত কৰি উৎসাহ বঢ়ায়। কিন্তু মানুহে নিজৰ বুজাৰ ভুলত প্ৰগল্‌ভা ছোৱালীৰ গাত ৰমণৰ চেকা আছে বুলি ভুল কৰে। মোৰ বোধেৰে আজিকালিৰ দিনত এই শব্দৰ ব্যাখ্যা নিষ্প্ৰয়োজন। এটা কথা কব পাৰি আৰু ডাঠিয়ে ক'ব পাৰি যে প্ৰকৃতিগত কাম-ভাৱ আকৰ্ষণকাৰী সৌন্দৰ্য্যৰ ওপৰতে নিৰ্ভৰ কৰে। আচলতে প্ৰকৃতিগত যৌন তাড়না থকা ছোৱালীয়ে Flirtৰ হাব-ভাব নললেও চলে। অৱশ্যে প্ৰগল্‌ভতাৰ বিষয়ে বহুত কথা আছে—যাৰ নিৰ্ণয় এতিয়াও শেষ হোৱা নাই,—তথাপি প্ৰগল্‌ভতাৰ বিষয়ে সাৱধান হোৱাই উচিত, কাৰণ ই মিছাতে গাভৰুক বহুত তল খাপলৈ নমায়।

এফালে যেনেকৈ Flirt কথাই কোনো অনিচ্ছুক কিবা এটা বুজায়, আনফালে Flirtingএ সচৰাচৰ প্ৰেম কৰাকে বুজায়। মোৰ বোধেৰে প্ৰত্যেক ছোৱালীয়ে প্ৰেম কৰাৰ প্ৰকৃত অৰ্থ কি আৰু ই কিহত গৈ অন্ত হয় গৈ তালৈ লক্ষ্য



ৰাখি চলাই যুগুত; নহলে অনভিজ্ঞ ছোৱালীৰ পক্ষে এনে ধৰণৰ ধুমুহাই গোটেই জীৱন অশান্তিময় কৰি তুলিবলৈ অলপো পলম নকৰিব।

প্ৰত্যেক ছোৱালী আৰু অবিবাহিত গাভৰুৱে এই যৌন সমস্যাত কি বিচাৰে—বিবাহ, ভেদ-ৰহিত, আত্ম-প্ৰণয়াত্মক অভ্যাস বা দমন নে সংস্কাৰ—কোনটো বিচাৰে, নিজক প্ৰশ্ন কৰি নিজৰ ভিতৰতে ঠিক কৰি লোৱাটো বোধকৰোঁ উচিত।

এই প্ৰশ্নবোৰৰ উত্তৰ ঠিক কৰিব পাৰিলে মোৰ চিঠিৰ পৰাই কোনটো গ্ৰহণ কৰা উচিত আৰু যোগ্য হব তাক বিচাৰি উলিয়াবলৈ টান নহব কিজানি। গাম্ভীৰ্য্যপূৰ্ণ জীৱন যাপনলৈ পৰিবৰ্ত্তিত হোৱাৰ আগতে অক্লেশে এটা বা অধিক ঘৃণিত কাম কৰা বুলি ভবাটো মুৰ্খামিৰ বাহিৰে আন কিবা হব পাৰেনে?

আৰু এটা কথা তোমাক কওঁ দেই, বেয়া নেপাবা। কোনো উপায়েৰে প্ৰকৃতিগত কাম-ভাব পৰিতুষ্টি সাধনৰ পাচত ই ভুল বুলি পৰিগণিত হলে ইয়াৰ পৰা বেয়া ফল হোৱা কথাটোৰ ওপৰত জোৰ দিব নোৱাৰি। আনহাতে মই ইয়াকো দেখিছোঁ যে কিছুমান পুৰুষ আৰু নাৰীৰ সমাজত এওঁলোকে পাপাসক্ত জীৱন যাপন কৰিছে বুলিও আনন্দত দিন কটাইছে আৰু সুখীও হৈছে।

তোমাৰ নিচিনা গাভৰু ছোৱালীলৈ লিখা চিঠিত যদি আজি মই সংযমৰ (abstinance) কথা লিখোঁ, তেন্তে বহুতে

মোক মগজৰ বিকৃতি ঘটিছে বুলিয়েই ভাবিব—তোমাৰ লগৰীবিলাকৰতো কথাই নাই। সমাজ, ধৰ্ম্ম, শিক্ষা, আদি বিষয়ে ছোৱালীক বিবাহৰ আগতে সকলোৱেই আদৰ্শ দাঙি ধৰে। সংযমৰ অৰ্থ মোৰ মনেৰে, আদৰ কৰা, চুমা-খোৱা, কোলাত-লোৱা, মৈথুন, দিনে-ৰাতিয়ে সপোন দেখা আদিৰ দৰে কাম-ভাবৰ যি কোনো প্ৰকাৰৰ অভাৱ। বহুতো গাভৰুৰ পক্ষে সম্পূৰ্ণ সংযম এটি সমস্যাৰ বিষয় আৰু সৰুৰে পৰা শিক্ষা হলেও তেওঁলোকৰ সংস্কাৰ সম্ভৱপৰ হয়। এনে নকৰিলে সাধাৰণ জীৱন যাপন, সাধাৰণ আহাৰ, বিলাসিতা ত্যাগ, শাৰীৰিক বা মানসিক উত্তেজনাৰ হাত সৰা, বেয়া লগৰীয়া ত্যাগ কৰা, মুকলি বতাহত যথেষ্ট ব্যায়াম কৰা আৰু মানসিক কাৰ্য্যত নিযুক্ত থকা আদিৰ দ্বাৰাই কাম-ভাবৰ প্ৰবৃত্তি কমাব পাৰি। কিন্তু সেই বুলি যি ছোৱালী বা গাভৰুৱে সংযমী হৈ থকাটো জীৱনী-শক্তিৰ সংগ্ৰাম বুলিহে ভাবে, তেওঁলোকক নিন্দা কৰাতকৈ পুতৌ কৰিবহে লাগে। ভুক্তভোগী সকলক নিকৃষ্টতাৰ ভাব মনলৈ নানিবলৈ সতৰ্ক কৰি দিব লাগে। এই পৃথিবীত নীতিশাস্ত্ৰত অসংখ্য অৰ্থ আছে ; প্ৰত্যেক পুৰুষ আৰু নাৰীৰ লগে লগে ভাল আৰু বেয়া এই কথা দুটাৰ পৰিবৰ্ত্তন হব লাগিছে, কিন্তু মানব সমাজৰ মূল আৱশ্যকতা সদায় একেই আছে। বৈজ্ঞানিক বিশ্লেষণৰ ওপৰত নিৰ্ভৰ কৰি, অভ্যাস আৰু সংস্কাৰবোৰৰ ভাল আৰু বেয়া নিৰূপণ কৰা যুগুত।



এই বিষয়ে যিমানেই ইচ্ছা কৈ গলেও অন্ত নপৰে। কুৰি শতিকাৰ যুগত বিবিধ 'থিওৰি', বিবিধ নীতিশাস্ত্ৰ, বিজ্ঞান ওলাব লাগিছে। কিন্তু তুমি যদি মোৰ পৰা সকলোখিনি শুনিবলৈ বিচাৰা, তেন্তে বেচেৰা আন লিখকসকলৰ অৱস্থা কি হব, ভাবি চোৱাচোন। এইবোৰৰ বিষয়ে তুমি কিছুমান বাছকবনীয়া পুথি পাবা। কিন্তু মনত ৰাখিবা বৈজ্ঞানিক প্ৰণালীত নিলিখা, মাত্ৰ পইছা ঘটিবৰ কাৰণে লিখা পুথিকে পঢ়ি তোমাৰ মনত ভুল কথাবোৰ ভৰাই নলবা। তেতিয়া হলে ঠগ খাবা।

আজি এবছৰে তোমালৈ ক'ৰ পৰা কি লিখিলোঁ এতিয়া ততকে ধৰিব নোৱাৰা হৈছোঁ। কিন্তু তোমাৰ পৰীক্ষা যেতিয়া শেষ হ'ল, নিশ্চয় এতিয়া তাৰ ফলাফললৈ উদ্বিগ্ন হৈ বাট চাবা। এই উদ্বিগ্নতাৰ মাজতে তুমি মোৰ চিঠিবোৰ আকৌ এবাৰ পঢ়ি লোৱা আৰু মোৰ একান্ত ইচ্ছা আৰু অনুৰোধ—এই বহাগ মাহতে তোমাৰ বিয়াখন খাবলৈ আমাক নিমন্ত্ৰণ কৰা। মোৰ আজি এবছৰৰ পৰিশ্ৰম অথলে যাব—যদি এই নতুন শিক্ষাত শিক্ষিতা এগৰাকী গাভৰুও শিক্ষিতা ভাৰ্য্যা আৰু শিক্ষিতা মাতৃ হৈ নোলায়!

মই কিছুমান কামত এতিয়া কেইমাহমান উত্তৰ ভাৰতৰ ফালে ফুৰিবলৈ যাম। তাৰ পৰা আহি যিদিনা মেজত তোমাৰ বিয়াৰ নিমন্ত্ৰণী চিঠিখন পাম, সিদিনাৰ পৰা তোমালৈ পুনৰ লিখিবলৈ ল'ম—আকৌ ন-ন কথা—প্ৰথম বিবাহিত

জীৱনৰ মধুৰ সপোনৰ কথা, মাতৃৰ কৰ্ত্তব্যৰ কথা, সন্তান-পালনৰ মহাব্ৰতৰ কথা। তুমি বাৰু মোক এই আনন্দখিনিৰ পৰা বঞ্চিত কৰিবানে ?

আজিলৈ এবোঁ—হয়তো বহুত দিনলৈ আৰু লিখিব নোৱাৰিম ; সেই বুলি তুমি নিলিখাকৈ নাথাকিবা দেই। ইতি—

তোমাৰ
ককাইদেউ